CHINTA-BICHITRA : An anthology of articles written by Shri Jitendranath Das, M. A., I. A. S. (Retd.), Vice-chancellor, Dibrugarh University and published by A. P. Choudhury, Bani Prakash, Gauhati. Price Rupees Six only.



প্ৰকাশক ঃ
শ্ৰীঅম্বিকাপদ চৌধুৰী
বাণী প্ৰকাশ
পাঠশালা
কামৰূপ

পাণবজাৰ
গুৱাহাটী-৭৮১০০১

১০ কৈলাস বোস ষ্ট্ৰীট
কলিকতা-৭০০০০৬

চিত্ৰশিল্পী ঃ
শ্ৰীহেমন্ত মিশ্ৰ



প্ৰথম প্ৰকাশ ঃ
মাৰ্চ, ১৯৭৫

বেচ ঃ ছয় টকা মাথোন




ছপা ঃ পূৰ্বোদয় প্ৰেছ
১০ কৈলাস বোস ষ্ট্ৰীট
কলিকতা - ৭০০০০৬

॥ উচৰ্গা ॥

সৰগত থকা মোৰ অতি মৰমৰ ছোৱালী
পূৰবী আইটিৰ
পবিত্ৰ সোঁৱৰণত

## ॥ আগকথা ॥

এই প্ৰবন্ধ সংকলনৰ প্ৰায় সকলোবোৰেই বিভিন্ন সময়ত বিভিন্ন আলোচনীত প্ৰকাশিত হৈছিল। ইয়াৰ বেছিভাগেই ছিলঙৰ মুকুল সঙ্ঘৰ উৎসাহত ৰচিত। কিছুমান প্ৰবন্ধ বহুদিন আগতে অৰ্থাৎ তৃতীয় আৰু চতুৰ্থ দশকতে লিখা হলেও, সেই সময়ত নো সেই সেই বিষয়ত আমাৰ দৰে সৰ্বসাধাৰণ মানুহে কেনে ধৰণে চিন্তা কৰিছিল, তাৰে প্ৰতিফলন হিচাপে সেইবোৰৰ কিবা অলপ মূল্য থাকিব পাৰে, এই ভাবিয়েই সেইবোৰকো ইয়াতে সন্নিবিষ্ট কৰি এই পুথিখন যুগুত কৰা হ'ল।

শ্ৰীমান হোমেন বৰগোহাঞিৰ উদগনি নাপালে, ডঃ মহেন্দ্ৰ বৰা আৰু অধ্যাপক নগেন শইকীয়াই সম্পাদনা নকৰা হলে আৰু অধ্যাপক লীলা গগৈ আৰু শ্ৰীমান অম্বিকাপদ চৌধুৰীয়ে ছপাৰ ব্যৱস্থা নকৰা হলে, এই পুথিয়ে কেতিয়াও দিনৰ পোহৰ নেদেখিলেহেঁতেন। সেইবাবে তেওঁলোকক মোৰ আন্তৰিক ধন্যবাদ জনাইছোঁ। ইতি—

ডিব্ৰুগড় বিশ্ববিদ্যালয়
১ মাৰ্চ, ১৯৭৫

শ্ৰীজিতেন্দ্ৰনাথ দাস

# সূচীপত্ৰ

## দাৰ্শনিক প্ৰবন্ধাৱলী



## অৰ্থনৈতিক আৰু ৰাজনৈতিক প্ৰবন্ধাৱলী



# দাৰ্শনিক প্ৰবন্ধাৱলী

# চিৰন্তন প্ৰশ্ন

মানৱ মনৰ এয়া চিৰন্তন প্ৰশ্ন, চকুৰে দেখা এই বিশ্বজগত, কাণেৰে শুনা এই সুৰদি সঙ্গীত, মনেৰে গুণা এই আকাশ-পাতাল-চৈধ্যভুৱন, অন্তৰেৰে অনুভৱ কৰা প্ৰেম-ভালপোৱা হিংসা-দ্বেষ, সৌন্দৰ্যানুভূতি, এইবোৰ কিমানদূৰ সঁচা, এইবোৰৰ মূল সত্য কি? যুগ-যুগান্তৰ ধৰি এই প্ৰশ্নই মানুহৰ মন উতলা কৰিছে; আৰু দাৰ্শনিক, বৈজ্ঞানিক মনস্তাত্ত্বিক আৰু ধৰ্মগুৰুসকলে ইয়াৰ উত্তৰ দিবলৈ চেষ্টা কৰিছে, কিন্তু সৰ্বসাধাৰণ মানুহে আজিও এই প্ৰশ্নৰ সহজ সৰল সমাধান বিচাৰি পোৱা নাই।

প্ৰথমতে, বৈজ্ঞানিকসকলৰ কথাকে কওঁ। এসময়ত বৈজ্ঞানিকসকলে ভাবিছিল যে পৃথিৱীৰ যিমানবোৰ বস্তু আছে সেই সকলোবোৰৰ মূলতে মাথোন ৯২ টা মৌলিক পদাৰ্থ আছে। চকুৰ আগত দেখা চকীখন টুকুৰাটুকুৰিকৈ ভাঙি থাকিলে, শেষত গৈ যি ভাঙিব নোৱাৰা কণিকা পোৱা যাব, সি মাথোন 'কাৰ্বন' বা এঙ্গাৰৰ অণু। সোৱা পাহাৰৰপৰা বাগৰি অহা জুৰিটি আৰু নীল আকাশত ভাহি ফুৰা ডাৱৰবোৰ মূলতে পানীহে মাথোন, আৰু পানীৰ কণিকাটিও হাইড্ৰোজেন আৰু অক্সিজেনৰ সংযোগত তৈয়াৰ হোৱা এটা ৰসায়নিক পদাৰ্থ মাথোন, ই কোনো বেলেগ মূলবস্তু নহয়। এইদৰে বিশ্লেষণ কৰিলে পোৱা যায় যে আমাৰ চকুৰ আগৰ হাজাৰ-বিজাৰ বস্তুবোৰ দেখোঁতে বেলেগ হলেও, আচলতে সেইবোৰ কেইটামান মূলবস্তুৰ ৰূপান্তৰ মাথোন। এটা মূল বস্তু শেষলৈকে ভাঙি থাকিলে, সেই পদাৰ্থটিৰ আটাইতকৈ সৰু আকাৰ, যাক আৰু ভাঙিব নোৱাৰি, তাকে অণু বোলে। এই অণুৱেই তেনেহলে সৃষ্টিৰ শেষ সত্য, কিয়নো ইয়াক ভাঙিব নোৱাৰি, নষ্ট কৰিব নোৱাৰি, শেষ কৰিব নোৱাৰি, মাথোন ই অন্য অণুৰ লগত লগলাগি পৃথিৱীৰ অন্যান্য বস্তুত ৰূপান্তৰিত হয়। আকাশ-পৱন, বন-উপবন, নদী-উপনদী, গিৰি-মৰুভূমি, সাগৰ-প্ৰান্তৰ, ঘৰ-দুৱাৰ, বাৰী-বস্তী, তেজ-মঙহ, হাড়-হিমেজু, 'ক্ষিত্যপ-তেজো-মৰুৎ-ব্যোম' সকলো মিছা, এইবোৰ বাহিৰৰপৰা দেখা অলীক দৃশ্য মাথোন, সকলোৰে শেষ বিশ্লেষণত মাথোন

সেয়া অণু, ৯২ প্ৰকাৰৰ বেলেগ অণু, হাইড্ৰোজেন, অক্সিজেন, ক্লোৰিণ, কাৰ্বন সোণ, ৰূপ, তাম, কেলছিয়াম, ছোডিয়াম, পটাছিয়াম আদিৰ অণু।

কিন্তু কুৰি শতিকাৰ প্ৰথম ভাগতে বৈজ্ঞানিকে নিজেই এই তথ্য এৰি পেলালে। কাৰণ, ইতিমধ্যে অবিনশ্বৰ বুলি ভবা 'অণু'কো বৈজ্ঞানিকে ভাঙিবলৈ সমৰ্থ হ'ল। ভাঙি দেখা গ'ল যে সকলো প্ৰকাৰৰ অণুৰ ভিতৰতে দুই বিধৰ পৰমাণু থাকে, যাক বৈজ্ঞানিকে 'প্ৰটন' আৰু 'ইলেকট্ৰন' বুলি কয়। ইলেকট্ৰনবোৰে সাধাৰণতে প্ৰটনৰে গঠিত এটা "নিউক্লিয়াছ"ৰ চাৰিওফালে ঘূৰি থাকে। হাইড্ৰোজেনৰ অণু ভাঙিলে পোৱা যায় যে এটা ইলেকট্ৰন এটা প্ৰটনেৰে গঠিত নিউক্লিয়াছৰ চাৰিওফালে ঘূৰি থাকে। ইউৰেনিয়ামৰ অণু ভাঙিলে পোৱা যায় যে ৯২ টা ইলেকট্ৰনে, বহু প্ৰটন আৰু ইলেকট্ৰনেৰে গঠিত এটা নিউক্লিয়াছৰ চাৰিওফালে ঘূৰি থাকে। ইয়াৰপৰা এয়ে প্ৰমাণিত হয় যে অণুৰেই পদাৰ্থৰ শেষ বা মূল বস্তু নহয়, পৰমাণু অৰ্থাৎ প্ৰটন-ইলেকট্ৰনেহে পদাৰ্থৰ মূলবস্তু। এই পৰমাণুবোৰৰ সংখ্যাৰ কম-বেছি অনুযায়ী বেলেগ বেলেগ পদাৰ্থ হয়। এই বিশ্বজগতৰ সকলো বস্তুৰ শেষ বিশ্লেষণত মাত্ৰ ইলেকট্ৰনকেহে পোৱা যায়, গতিকে ইলেকট্ৰনেই এই জগতৰ শেষ সত্য।

কিন্তু ইলেকট্ৰন নো কি বস্তু? বাস্তৱিকতে ইয়াৰ পৰিচয় দিয়া সহজ নহয়। বৈজ্ঞানিকে কয় ই বিজুলী শক্তিৰ পৰিচায়ক। ইয়াৰ অস্তিত্ব প্ৰমাণ কৰা বৰ টান কথা, ইয়াক হেনো মাত্ৰ অনুমানহে কৰিব পাৰি। বহুত বৈজ্ঞানিকে ইয়াক মাথোন অঙ্কেৰেহে প্ৰমাণ কৰিব পাৰি বুলি কৈছে। যদি ইলেকট্ৰনেই অনুমানৰ বস্তু বুলি পৰিগণিত হয়। তেন্তে ইলেকট্ৰনেৰে গঠিত এই পদাৰ্থ জগতখনৰ বাস্তৱতা ক'ত?

বৰ্তমান যুগৰ বহুত বৈজ্ঞানিকে এনে ধৰণৰ সন্দেহ খোলাখুলিকৈ প্ৰকাশ কৰিছে।

ছাৰ আৰ্থাৰ এডিংটনে কৈছে, "বাস্তৱতাক বিচাৰি বিচাৰি বৈজ্ঞানিকে পানীৰপৰা অণু, আৰু অণুৰপৰা পৰমাণুৰ মাজ পাইছেহি, কিন্তু তাতে গৈ বাস্তৱতাক হেৰুৱাইছে। ...ৰং, তাপ, শব্দ এইবোৰ মানুহৰ মনে গঢ়া বস্তু। গোটেই বাহিক জগতখন মনে মগজুৰ সহায়েৰে তৈয়াৰ কৰে। ...আমি যেতিয়া কোনো পদাৰ্থ স্পৰ্শ কৰোঁ বা দেখোঁ, আমাৰ স্পৰ্শ বা দৃষ্টি কাৰ্যখিনি স্নায়ুৰ জৰিয়তে মগজুলৈ যোৱা কিছুমান বৈদ্যুতিক বা ৰসায়নিক পৰিবৰ্তন মাথোন,—এই পৰিবৰ্তনৰ ফলত মনৰ ভিতৰত কেনেবাকৈ স্পৰ্শানুভূতি অথবা দৃষ্টিবোধ হয়। ...গতিকে মনেই হ'ল প্ৰথম আৰু প্ৰত্যক্ষ অভিজ্ঞতা, বাকী সকলো পৰোক্ষ অনুমান।"

ছাৰ জেম্‌ছ জীন্‌ছে কৈছে, "বিশ্বজগতখন এটা বিৰাট চৈতন্য শক্তি যেনহে লাগে, আৰু এই শক্তি জড় জগতৰ স্ৰষ্টা আৰু নিয়ন্তা যেনহে লাগে...জড় পদাৰ্থবোৰ চৈতন্য-শক্তিৰেই প্ৰকাশ মাত্ৰ।"



মেক্সপ্লেঙ্কে কৈছে, "মই বিশ্বাস কৰোঁ যে চৈতন্য শক্তিয়েই মূল সত্য। জড়-পদাৰ্থ চৈতন্য-শক্তিৰপৰা উদ্ভূত। এই চৈতন্য-শক্তিক আমি কোনোপধ্যেই এৰাব নোৱাৰোঁ। যিহবেই অস্তিত্বৰ কথা কওঁ বা ভাবোঁ, সি চৈতন্য-শক্তিক বাদ দি হব নোৱাৰে।"

গতিকে দেখা গ'ল যে বৈজ্ঞানিকসকলে জড়-জগতৰ সত্যাসত্য বিচাৰি গৈ আজি জড়-পদাৰ্থৰ বাস্তৱতাৰ প্ৰতি সন্দিহান হৈছেহি। তেওঁলোকৰ বহুতে চিৎ শক্তিহে জড়-পদাৰ্থৰ মূল-ভিত্তি বুলি মত প্ৰকাশ কৰিছে। বেলেগ বেলেগ যেন দেখা, কোটি কোটি প্ৰকাৰৰ বস্তুবোৰৰ গুৰিতে আছে এক বিশ্বব্যাপী চৈতন্য-শক্তি,—এয়ে আচল সত্য, এয়ে শেষ সত্য, এয়ে বিশ্বৰ মূল-কথা।

মনস্তাত্বিকসকলে আন এটা দিশৰপৰা বিশ্লেষণ কৰি প্ৰায় একে ধৰণৰ সিদ্ধান্তত উপনীত হৈছে। তেওঁলোকে কবলৈ ধৰিছে যে এক বিশ্বমনে আমাৰ ব্যক্তিগত মনবোৰক আগুৰি ধৰি আছে। আমাৰ মনবোৰ যেনিবা সেই বিশ্বমনত তিতি আছে। বৰ্তমান যুগৰ গৱেষণাই টেলিপেঠিৰ অস্তিত্ব প্ৰমাণ কৰিছে। আমেৰিকা যুক্তৰাষ্ট্ৰৰ ডিউক বিশ্ববিদ্যালয়ৰ প্ৰফেছৰ ৰাইনে এই বিষয়ে বহু গৱেষণা কৰি অদ্ভুত অদ্ভুত সিদ্ধান্তত উপনীত হৈছে। তেওঁৰ এটা পৰীক্ষাত, এটা ডাঙৰ ঘৰৰ দুই মূৰৰ দুটা খোটালীত দুজন মানুহক বহুৱাই থৈছিল। প্ৰত্যেকৰে সমুখত এযোৰকৈ তাচ আছিল। এমূৰৰ খোটালীত থকা এজনে তাচৰ পাত কেইটামান নিজৰ হাতলৈ আনি চাই আছিল। আন মূৰৰ খোটালীত থকা মানুহজনে সেই তাচৰ পাতবোৰ কি কি আৰু সেইবোৰ কোনটোৰ পিছত কোনটো সজোৱা আছিল কব পাৰিছিল। এই মানুহজনে আনজন মানুহৰ মনৰ ওপৰত তাচৰ পাতৰ যি সাঁচ উঠিছিল, তাক নিজৰ মনেৰে দেখা পাইছিল; সেইদেখি তেওঁ আনজনে চাই থকা পাতবোৰ নো কি কি তাক কব পাৰিছিল। আন এটা পৰীক্ষাত ২৫০ মাইল দূৰত থকা দুজন মানুহৰ মনে ভাবৰ আদান-প্ৰদান কৰিছিল।

এই ধৰণৰ পৰীক্ষাৰ বাহিৰেও, দৈনন্দিন জীৱনত ঘটা শ শ ঘটনাৰ দৃষ্টান্ত ড° ৰাইনে সংগ্ৰহ কৰিছিল। প্ৰথম মহাযুদ্ধৰ সময়ত এজন তিনিবছৰীয়া ল'ৰাই খেলাৰ মাজতে হঠাৎ থমকি ৰৈ কান্দি উঠিছিল, "মোৰ দেউতা গাঁতত পৰিছে, চকুৰে নেদেখা হৈছে আৰু উশাহ লব নোৱাৰা হৈছে।" ল'ৰাটিৰ দেউতাক যেতিয়া কিছুদিনৰ পিছত ঘৰলৈ ঘূৰিল, যেতিয়া জনা গ'ল যে সৰু ল'ৰাটিয়ে খেলাৰ মাজত

থমকি ৰৈ যোৱাৰ সময়তেই তাৰ দেউতাকে ৩০০০ মাইল দূৰৈত এটা মাটিৰ তলৰ কোঠাতে বিষাক্ত বাষ্পৰদ্বাৰা আক্ৰান্ত হৈ উশাহ-নিশাহ লব পৰা নাছিল আৰু তিনি সপ্তাহলৈকে চকুৰে একো মনিব নোৱাৰিছিল। আন এটা ঘটনাত, এগৰাকী ভদ্ৰ মহিলাই গিৰীয়েকক ঘৰত এৰি, কেইজনীমান মহিলা বন্ধুৰে সৈতে কেইমাইলমান দূৰলৈ ফুৰিবলৈ গৈছিল। হঠাতে ঘৰলৈ ফিৰিবৰ বাবে তেওঁৰ মনটো উত্তাৱল হৈ উঠিল আৰু অপ্ৰত্যাশিতভাৱে বহুত ৰাতি ঘৰত আহি উপস্থিত হ'লহি। আহি দেখে যে ঘৰৰ তল মহলাত জুই লাগিছে আৰু অসুস্থ গিৰীয়েকে ওপৰ মহলাত একো গম নোপোৱাকৈ শুই আছে। আন এটা ঘটনাত এগৰাকী আমেৰিকান মহিলাই চীনদেশত থাকোঁতে, এদিনাখন ৰাতি হঠাতে সাৰ পাই উঠি অনুভৱ কৰিলে যেন তেওঁক নিজৰ মাকে মাতিছে। পিছত এইটো ওলাই পৰিল যে ঠিক সেই সময়তে, আমেৰিকাত থকা তেওঁৰ মাকে মৰোঁ মৰোঁ অৱস্থাত তেওঁক চাবৰ কাৰণে ইচ্ছা কৰিছিল। ১৭৫৯ চনত ষ্টকহ'ম মহানগৰীৰ এটা বিৰাট অগ্নিকাণ্ড কেবা শ মাইল আঁতৰৰপৰা ইমানুৱেল ছুইডেনবাৰ্গ নামৰ মানুহ এজনে পৰিষ্কাৰভাৱে দেখা পাইছিল আৰু তাৰ সঠিক বিতং বিৱৰণী লগে লগে দি গৈছিল।

এনেকুৱা শ শ সত্য ঘটনাই ইয়াকে দেখুৱায় যে মনে স্থান-কাল-শৰীৰৰ বন্ধন অতিক্ৰম কৰিব পাৰে। বিশ্ববিখ্যাত মনস্তাত্ত্বিক ইয়ুংৱে কয় যে মনে সময়ৰ সীমা অতিক্ৰম কৰি সুদূৰ অতীতৰ লগত সংলগ্ন হৈ আছে। তেওঁ আজিৰ মানুহৰ মন বিশ্লেষণ কৰি তাৰ গভীৰতম স্তৰত যুগ-যুগান্তৰ আগৰ প্ৰাগৈতিহাসিক আদিম মানৱৰ মনৰ চিন্তাৰাশিও লুকাই থকাৰ প্ৰমাণ পাইছে। ইয়াৰপৰা তেওঁ সিদ্ধান্ত কৰে যে মানুহৰ ব্যক্তিগত মন এক অনাদি-কাল জুৰি থকা বিশ্বমনৰ লগত সংলগ্ন। এই বিশ্বমন চিৰচৈতন্যময়, অবিনশ্বৰ, অনন্ত।

পাশ্চাত্যৰ বৈজ্ঞানিক আৰু মনস্তাত্ত্বিকসকলৰ এই নতুন ধৰণৰ আবিষ্কাৰ আৰু চিন্তাধাৰা ভাৰতবৰ্ষৰ পুৰাকালৰ ঋষি-মণীষীসকলৰ চিন্তাধাৰাৰ লগত আচৰিত-ভাৱে মিলে। আমাৰ বেদান্ত শাস্ত্ৰই বহুদিন আগতে ঘোষণা কৰিছিল যে এক আধ্যাত্মিক শক্তিয়ে গোটেই বিশ্ব বিয়পি আছে। জড় আৰু আত্মা দুয়ো ব্ৰহ্মৰ গাতে বৰ্তি আছে। ব্ৰহ্মক বাদ দিলে সিহঁত তিষ্ঠিব নোৱাৰে। দেখাত জড় প্ৰকৃতি আৰু জীৱ বেলেগ যেন লাগিব পাৰে, কিন্তু দৰাচলতে সিহঁত বেলেগ নহয়। বিশ্বজগতৰ অনন্ত প্ৰকাৰৰ বস্তুৰ মাজত ঐক্য আছে, সেই ঐক্যই হ'ল ব্ৰহ্ম। ব্ৰহ্মৰপৰাই এই বিশ্বচৰাচৰৰ সকলো জড় আৰু চেতন বস্তু সৃষ্ট আৰু ব্ৰহ্মৰদ্বাৰাই প্ৰতিপালিত।



ব্ৰহ্মই সৃষ্টিৰ প্ৰকৃত আৰু চৰম সত্য। ব্ৰহ্মই মূল, বাকী সকলো তেওঁৰ গুণ বা প্ৰকাশ মাত্ৰ। উপনিষদতো তাকেই কৈছে, "ব্ৰহ্মৰ বাহিৰে আমি একো নেদেখোঁ, শুশুনো আৰু নাজানো।"

আমাৰ দুজনা মহাপুৰুষে অসংখ্য পদাৱলীত এই সত্যকে প্ৰচাৰ কৰিছে—

তুমি সত্যব্ৰহ্ম তোমাত প্ৰকাশে
জগত ইটো অনন্ত,
জগততো সদা তুমিহে প্ৰকাশ
অন্তৰ্যামী ভগৱন্ত। (বেদস্তুতি)

ব্ৰহ্ম ব্যতিৰেকে যত দেখা মিছা আন,
জৰীত উপজি যেন আছে সৰ্পজ্ঞান। (ভাগৱত)

যত জীৱ জঙ্গম কীট পতঙ্গম,
অগ-নগ-জগ তেৰি কায়া। (বৰগীত)

ঈশ স্বৰূপে হৰি সব ঘটে বৈঠহ
জৈছন গগন বিয়পি। (বৰগীত)

যিহেতু চৈতন্যপূৰ্ণ পৰমাত্মাৰূপে হৰি
হৃদয়ত আছন্ত প্ৰকাশি।
তাতেহে ইন্দ্ৰিয়গণ ভূত-প্ৰাণ-বুদ্ধি-মন
প্ৰৱৰ্তে যতেক জড় ৰাশি। (নামঘোষা)

পৰম পুৰুষ ভগৱন্ত নাহি পূৰ্বাপৰ আদি অন্ত
তুমিহে চৈতন্য সমস্ত ভাৱ-ভাৱন্তা। (নামঘোষা)

এতিয়া দেখা গ'ল যে বৈজ্ঞানিক, মনস্তাত্ত্বিক, দাৰ্শনিক আৰু ধৰ্মগুৰুসকল অন্ততঃ এটা বিষয়ত একমত যে বিশ্বজগতৰ অসংখ্য প্ৰকাৰৰ বিভিন্ন বস্তু বা অনুভূতিৰ মূল সত্য হ'ল এক চৈতন্যময় শক্তি, যি শক্তি জড় আৰু জীৱৰ মাজত বিয়পি আছে, যি শক্তি স্থান আৰু কালৰ সীমা অতিক্ৰম কৰি গৈছে। এতিয়া প্ৰশ্ন হৈছে, তেনেহলে এই সংসাৰত কিহৰ নো প্ৰকৃত মূল্য আছে, কিহৰ নো সত্যতা আছে? ইয়াৰ উত্তৰত পণ্ডিতসকলে কৈছে যে যি বস্তু, যি নীতি, যি অনুভূতিয়ে সেই চিন্ময়

শক্তিক, সেই মূল সত্যক প্ৰকাশ কৰিব, যিয়ে সংসাৰত আচল সত্য, তাৰেই সংসাৰত আচল মূল্য। অৱশ্যে সেই মূল সত্যক পূৰ্ণভাৱে প্ৰকাশ কৰা মানুহ জাতিৰ পক্ষে সম্ভৱ নহয়, কিয়নো মানুহ নিজেই অসম্পূৰ্ণ, সীমাবদ্ধ আৰু জড় পদাৰ্থৰে গঢ়া এটা নশ্বৰ শৰীৰৰ ভিতৰত আবদ্ধ—আন হাতে সেই মূল সত্য, সেই বিশ্বব্যাপী চিৎশক্তি অসীম, অনাদি, অনন্ত, অপৰিবৰ্তনীয়। পৰিবৰ্তনশীল জড় পদাৰ্থৰদ্বাৰা আবদ্ধ অসম্পূৰ্ণ মানুহে অপৰিবৰ্তনীয় চিন্ময় শক্তিক সম্পূৰ্ণভাৱে উপলব্ধি কৰা বা প্ৰকাশ কৰা অসম্ভৱ। কিন্তু মানুহো দুই জগতৰ জীৱ, জড় জগতৰ আৰু চিৎজগতৰ। তাৰ শৰীৰ জড় জগতৰ বস্তু, কিন্তু তাৰ আত্মা চিৎ জগতৰ। চৈতন্য শক্তিৰ যি অংশ সি পাইছে, তাৰ সহায়তে সি সেই মূল সত্য পূৰ্ণ চৈতন্য শক্তিক অসম্পূৰ্ণভাৱে হলেও কিছু পৰিমাণে প্ৰকাশ কৰিব পাৰে, কিছু পৰিমাণে উপলব্ধি কৰিব পাৰে।

কি যন্ত্ৰেৰে, কি মাধ্যমেৰে মানুহে সেই মূল সত্যক উপলব্ধি কৰিব পাৰে? মানুহৰ জীৱনত এনে কিছুমান অভিজ্ঞতা আছে, যিবোৰে স্থান-কালৰ সীমা অতিক্ৰম কৰি যাব পাৰে আৰু যিবোৰক অঙ্ক বা বৈজ্ঞানিক যন্ত্ৰেৰে জুখিব নোৱাৰি অথচ এই ধৰণৰ অভিজ্ঞতাবদ্বাৰাইহে সেই মূল সত্য, সেই চিন্ময় শক্তিক উপলব্ধি কৰিব পাৰি। এই অভিজ্ঞতাৰ কেইটামান উদাহৰণ হ'ল—আধ্যাত্মিক অভিজ্ঞতা, সৌন্দৰ্যবোধ, নৈতিক সদাচাৰ, সত্যান্বেষণ ইত্যাদি।

আধ্যাত্মিক অভিজ্ঞতাই অৱশ্যে আটাইতকৈ প্ৰশস্ত মাধ্যম বুলি পণ্ডিতসকলে কয়। বহুতো ধৰ্মপ্ৰাণ পুৰুষে আধ্যাত্মিক উপায়েৰে চিন্ময় শক্তিক প্ৰত্যক্ষ উপলব্ধি কৰাৰ প্ৰমাণ পোৱা যায়। ভক্তিমাৰ্গ, জ্ঞানমাৰ্গ আদি এই ধৰণৰ আধ্যাত্মিক উপায়ৰ উদাহৰণ। ভক্তিৰসেৰে পৰিপূৰ্ণ আমাৰ শ্ৰীমদ্ভাগৱত আৰু তাৰে ভিত্তিতে বিৰচিত আমাৰ শ্ৰীশঙ্কৰদেৱৰ কীৰ্তন-ঘোষা, আৰু শ্ৰীমাধৱদেৱৰ নাম-ঘোষা। শ্ৰীচৈতন্যদেৱ আৰু শ্ৰীৰামকৃষ্ণ পৰমহংসদেৱে ভক্তিৰসৰ মাদকতাত আত্মহাৰা হৈছিল। এইসকল মহাপুৰুষে ভক্তিৰদ্বাৰা চিন্ময় শক্তিক প্ৰত্যক্ষ উপলব্ধি কৰিব পাৰিছিল। শ্ৰীশঙ্কৰাচাৰ্যই জ্ঞানমাৰ্গৰদ্বাৰা ব্ৰহ্মক উপলব্ধি কৰিছিল। তেওঁৰ মতে সংসাৰৰ সকলো স্বাৰ্থৰ বান্ধোন চিঙি, গভীৰ ধ্যানেৰে চিন্ময় শক্তিৰ সম্বন্ধে প্ৰকৃত জ্ঞান (ব্ৰহ্মজ্ঞান) লাভ কৰিবলৈ চেষ্টা কৰিব লাগে। ব্ৰহ্মজ্ঞান লাভ কৰিব পাৰিলে ব্ৰহ্মক উপলব্ধি কৰিব পাৰি।

ভক্তিমাৰ্গ আৰু জ্ঞানমাৰ্গ দুয়োটাই ধৰ্মৰ পন্থা। প্ৰশস্ত হলেও, এই পন্থা সকলোৱে সম্যকভাৱে অনুসৰণ কৰিব নোৱাৰে আৰু সংসাৰৰ কমসংখ্যক মানুহেহে চিন্ময় শক্তিক প্ৰত্যক্ষ উপলব্ধি কৰিব পাৰে।



কিন্তু ধৰ্মৰ পন্থাৰ বাহিৰেও, আন তিনি প্ৰকাৰৰ অভিজ্ঞতাৰদ্বাৰা চিন্ময় শক্তিক কিছুপৰিমাণে মানুহে উপলব্ধি কৰিব পাৰে। সেই তিনিটা হ'ল (১) সত্যান্বেষণ আৰু সত্যানুসৰণ, (২) সৎপথানুসৰণ আৰু (৩) সৌন্দৰ্যবোধ (সত্যম্, শিৱম্, সুন্দৰম্)। মহাত্মা গান্ধীয়ে সদায় কৈছিল যে সত্যই ভগৱান আৰু সত্যৰ অনুসৰণ কৰিলেই ভগৱানক পাব পাৰি। তেখেতৰ আত্মজীৱনীৰ পাতনিত তেখেতে লিখিছে, "ভগৱানৰ প্ৰকাশ অসংখ্য পথেৰে হয়, সেই দেখি ভগৱানৰ সংজ্ঞাও অসংখ্য, কিন্তু মই হলে ভগৱানক সত্য বুলিহে আৰাধনা কৰোঁ।" সত্যৰ অনুসৰণ কায়মনোবাক্যে কৰিব লাগে। বাক্যেৰে সঁচা কলেও মনত যদি অন্যভাব থাকে, তেনেহলে সি ছলনাত পৰিণত হয়। যুধিষ্ঠিৰৰ "অশ্বত্থামাহত ইতি গজ" বাক্য সত্যপথৰপৰা পিছল খোৱাৰ যুগমীয়া দৃষ্টান্ত। সত্যৰ পথ বৰ চিধা, কিন্তু অতি সংকীৰ্ণ, অতিকে পিছল। ইয়াৰ অন্তৰায় লাখে লাখে আৰু পদে পদে। যোৱা মহাযুদ্ধত ডাঃ গোয়েবেলে অনুষ্ঠানিকভাৱে সত্য-হত্যাৰ আন্দোলন চলাইছিল। ৰাজনীতি আৰু কূটনীতিত সত্য অপলাপক বহুত সময়ত "ডিপ্লোমেচি" বুলি প্ৰশংসা কৰা দেখা যায়। আদিম জাতিসকলৰ সত্যবাদিতাক ভোদামিৰ দৃষ্টান্ত বুলি উপহাস কৰা হয়। এই দৰে সত্য অপলাপৰ অসংখ্য দৃষ্টান্ত দিব পাৰি। আনহাতে সত্যৰ প্ৰতিষ্ঠাৰ কাৰণে যুগ-যুগান্তৰ ধৰি মানুহে যে অকাতৰে অশেষ কষ্ট ভুগিছে, তাৰ দৃষ্টান্তও অসংখ্য। সত্যৰ বাবে গেলিলিয়ে যাতনা ভুগিছিল, চক্ৰেটীছে বিহ খাব লগা হৈছিল। হৰিশ্চন্দ্ৰই ৰাজ্যধন পত্নী সন্তান সকলো হেৰুৱাইছিল, যীশুখ্ৰীষ্টই শূলত উঠিছিল।

দ্বিতীয়তে সততা বা সৎপথানুসৰণৰদ্বাৰাও চিন্ময় শক্তিক উপলব্ধি কৰিবলৈ যোগ্যতা অৰ্জন কৰিব পাৰি। অন্য প্ৰাণীৰ লগত ঐক্য গঢ়ি তোলা সৎ পথানুসৰণৰ এটা পন্থা। ঐক্য গঢ়িব পাৰি মৰম, দয়া, সহানুভূতি আদি গুণৰদ্বাৰা। হিংসা, দ্বেষ, ব্যক্তিগত স্বাৰ্থ, আপোনপেটীয়া স্বভাৱ আদি ঐক্য গঢ়ি তোলা পথত অন্তৰায়, সেই দেখি এইবোৰ প্ৰবৃত্তি সংজীৱন যাপনৰো ভীষণ অন্তৰায়। চিৎশক্তিয়েই বিশ্বৰ ঐক্য, গতিকে জীৱনত ঐক্যৰদ্বাৰা চিৎশক্তিক কিছু পৰিমাণে উপলব্ধি কৰিব পাৰি। সদ্জীৱন যাপনৰ আন এটা অলম হ'ল নৈতিক চৰিত্ৰৰ পৰিপুষ্টি। নৈতিক চৰিত্ৰই মানুহৰ অন্তৰত অসীম শক্তি প্ৰদান কৰে আৰু ই দৈৱশক্তিৰ দৰে কাম কৰিব পাৰে। নৈতিক চৰিত্ৰৰ বলতে মহাত্মা গান্ধীয়ে এটা আঙুলিৰ চিয়াৰত কোটি কোটি নৰ-নাৰীক আত্মহাৰা কৰিছিল। নৈতিক জীৱন পৱিত্ৰ জীৱন। এই পৱিত্ৰতাৰ পোহৰে সেই জীৱনত এটা অদ্ভুত ধৰণৰ সৌন্দৰ্যৰ সৃষ্টি কৰে। সেই সৌন্দৰ্য শৰীৰৰ সুঠাম গঠনৰপৰা সৃষ্টি হোৱা সৌন্দৰ্য নহয়, সি আত্মাৰ সৌন্দৰ্য আৰু সেই সৌন্দৰ্যই

দৈহিক ৰূপহীনতাকো ভেদ কৰি সূৰ্যৰ ৰশ্মিৰ দৰে ওচৰত থকা মানুহৰ অন্তৰতো পোহৰ পেলায় আৰু আনন্দ বিলায়। এজন পণ্ডিতে সেই দেখি কৈছিল যে পৃথিৱীত যিমানবোৰ সুন্দৰ বস্তু আছে (যেনে নদ-নদী, বন-উপবন, পৰ্বত-পাহাৰ, চন্দ্ৰ-সূৰ্য) তাৰ ভিতৰত সৎজীৱনৰ নিচিনা সুন্দৰ একোৰেই নহয়।

তৃতীয়তে, সৌন্দৰ্যবোধৰদ্বাৰাও চিন্ময়শক্তিৰ উপলব্ধি কৰিব পাৰি। প্ৰাকৃতিক দৃশ্য, সঙ্গীত, সুকুমাৰ কলা আৰু সাহিত্যত সৌন্দৰ্য ভৰি আছে। সৌন্দৰ্য এনে এটা বস্তু যাক বিশ্লেষণ কৰিব নোৱাৰি আৰু যাৰ কোনো সংজ্ঞা দিব নোৱাৰি, কাৰণ ই আমাৰ দৈনন্দিন জীৱনত পোৱা জড় পদাৰ্থৰপৰা সম্পূৰ্ণ বেলেগ শাৰীৰ বস্তু। ফুলৰ সৌন্দৰ্য আৰু ফুল একে বস্তু নহয়। ফুলটোক উদ্ভিদ বৈজ্ঞানিকে বিশ্লেষণ কৰিব পাৰে, কিন্তু ফুল দেখিলে মনত যি সৌন্দৰ্যবোধ হয়, তাক কোনো বৈজ্ঞানিকে বিশ্লেষণ কৰিব নোৱাৰে। সেইদৰেই তৰাৰ সৌন্দৰ্য আৰু তৰা একে বস্তু নহয়, উষাৰ সৌন্দৰ্য আৰু উষা একে বস্তু নহয়, তুষাৰমণ্ডিত হিমালয়ৰ সৌন্দৰ্য আৰু হিমালয় একে বস্তু নহয়। তৰা, ফুল আৰু হিমালয় জড় পদাৰ্থৰ শাৰীৰ বস্তু, কিন্তু সিহঁতৰপৰা সৃষ্টি হোৱা সৌন্দৰ্য হ'ল চিৎগুণৰ শাৰীৰ বস্তু। সেই কাৰণেই সৌন্দৰ্যৰ অনুভূতিৰদ্বাৰা চিৎশক্তিৰ অনুভৱ কৰিব পাৰি। সঙ্গীত, সাহিত্য, সুকুমাৰ কলা, এইবোৰ সৌন্দৰ্যৰ মাধ্যম। এইবোৰে অকল যে মানুহৰ মনত আনন্দহে দিয়ে এনে নহয়, এইবোৰে অদ্ভুত ধৰণে মানুহক এক অবৰ্ণনীয় চিৎজগতৰ সম্ভেদ দিয়ে। কবলৈ গলে সঙ্গীতজ্ঞ, সাহিত্যিক আৰু চিত্ৰকাৰে সৌন্দৰ্যৰ "সৃষ্টি" নকৰে, তেওঁলোকে সৌন্দৰ্য "আবিষ্কাৰ" কৰে আৰু তাৰ সম্ভেদ দিয়ে। চিত্ৰকাৰে প্ৰাকৃতিক দৃশ্যৰ সৌন্দৰ্য আবিষ্কাৰ কৰি ছবিৰদ্বাৰা তাক প্ৰতিফলিত কৰিবৰ চেষ্টা কৰে। কবিয়ে সেই সৌন্দৰ্যক মানুহৰ ভাষাত ফুটাই তোলে। যি পৰিমাণে কবি আৰু চিত্ৰকাৰে সেই সৌন্দৰ্যক প্ৰতিফলিত কৰিবলৈ সমৰ্থ হয় সেই পৰিমাণে কবিতা আৰু চিত্ৰই চিৎশক্তিৰ অনুভূতি যোগাব পাৰে। কবি আৰু চিত্ৰকাৰে নিজে সেই অনিৰ্বচনীয় চিৎশক্তিৰ যথেষ্ট সম্ভেদ পায়, কিন্তু তেওঁলোকে সেই সম্ভেদৰ আটাইখিনি কবিতা আৰু ছবিৰ জৰিয়তে ফুটাই তুলিব নোৱাৰে,—কিয়নো সেই শক্তিক বৰ্ণনা বা প্ৰতিফলিত কৰিবলৈ মানুহৰদ্বাৰা সৃষ্ট ভাষা আৰু ৰেখা নিচেই অসম্পূৰ্ণ মাধ্যম।

যি হওক, অসম্পূৰ্ণভাৱে হলেও চিৎশক্তিক উপলব্ধি কৰিব পাৰি—সত্য, শিৱ আৰু সুন্দৰৰদ্বাৰা (সত্যম্ শিৱম্ সুন্দৰম্)। আগতে কোৱা হৈছে যে মানুহ দুই জগতৰ জীৱ, জড়জগতৰ আৰু চিৎজগতৰ। তাৰ শৰীৰ জড়জগতৰ বস্তু, সেই শৰীৰটো আৰু তাৰ লগত সংশ্লিষ্ট ভোক, পিয়াহ, যৌনলিপ্সা আদি বৃত্তিবোৰ অন্যান্য জন্তুৰ



শাৰীৰ বস্তু। কিন্তু তাৰ আত্মা চিৎজগতৰ বস্তু। জড়জগতৰ সমস্যাবোৰে অৰ্থাৎ খোৱা-পিন্ধা, লাহ-বিলাহ, যৌনচৰিতাৰ্থ, ঘৰ-দুৱাৰ, টকা-পইচা, নেতৃত্বাভিমান আদিৰ চিন্তাই আমাৰ দৈনন্দিন জীৱনৰ বেছি ভাগ সময় আগুৰি থাকে আৰু এইবোৰে অন্তজগত অৰ্থাৎ চিৎজগতৰ প্ৰতি অৰ্থাৎ সত্যম্ শিৱম্ সুন্দৰমৰ প্ৰতি আমাৰ আওহেলাৰ সৃষ্টি কৰে। এই আওহেলা যিমানে বাঢ়ে, মানুহ সিমানে চিৎজগতৰপৰা আঁতৰ হৈ পৰে।

আনহাতে সত্য-শিৱ-সুন্দৰৰ অনুসৰণ কৰি মানুহে জড়শৰীৰ আৰু জড়বৃত্তিৰ বন্ধনৰপৰা মুক্ত হৈ, চিৎজগতৰ অনিৰ্বচনীয় আনন্দ উপভোগ কৰিব পাৰে। এই দোৰ্যোৰ সংসাৰত, সত্য-শিৱ-সুন্দৰে মানুহৰ দৈনন্দিন জীৱন যাপনতো সহজ সুগম বাটৰ সন্ধান দি থাকে। অকল সেয়ে নহয়, মানৱ জাতিৰ প্ৰকৃত উন্নতিৰ মাপ-কাঠিও সত্য-শিৱ-সুন্দৰৰ অনুসৰণৰ মাত্ৰা ঃ যেতিয়া সাহিত্য, সুকুমাৰ কলা, সঙ্গীত আৰু জীৱনে সত্য-শিৱ-সুন্দৰক প্ৰকাশ কৰিবলৈ এৰে তেতিয়া সমাজে অধোগতিৰ বহল বাটেৰে নামি যায়। সেয়ে আজি বিশ্বৰ মনীষীসকলে বিড়িয়াই কৰলৈ ধৰিছে, সত্য-শিৱ-সুন্দৰৰ প্ৰতিষ্ঠা কৰা, সত্য-শিৱ-সুন্দৰৰ পথহে চিৰযুগমীয়া সুগম পন্থা, সত্য-শিৱ-সুন্দৰহে মানৱ জাতিৰ প্ৰকৃত ভাৱস্য। সত্যম্ শিৱম্ সুন্দৰম্।

# সৌন্দৰ্যৰ প্ৰকৃতি

আমি সকলোৱে সুন্দৰক ভাল পাওঁ। পুৱাৰ আকাশৰ হেঙুলীয়া ৰং, সন্ধিয়াৰ ৰাঙলী কিৰণ, পূৰ্ণিমাৰ জোনৰ হাঁহি, গোলাপৰ ৰঙচুৱা পাহি, বসন্তৰ সেউজীয়া সাজ, পৰ্বতৰ নিৰ্মল নিজৰা, তৰাৰ তিৰবিৰ চকু আৰু পকা ধানৰ সোণালী পথাৰ আমি সকলোৱে ভাল পাওঁ। কুলিৰ মৌ সনা মাত শুনি, কেতেকী ফুলৰ সুগন্ধ শুঙি, হিমালয়ৰ তুষাৰ কীৰিটি আৰু সাগৰৰ অনন্ত নীল দেখি কাৰ হৃদয় আনন্দত নাচি নুঠে? এই সকলোবোৰ সুন্দৰ; আৰু অলেখ সুন্দৰ বস্তু এই জগতত আছে। সেইবোৰৰ সৌন্দৰ্যই আমাৰ অন্তৰত এক অপূৰ্ব আনন্দৰ সৃষ্টি কৰে।

কিন্তু সৌন্দৰ্যনো কি বস্তু তাক সহজতে বুজাব নোৱাৰি। ই সংজ্ঞাহীন, সীমাহীন, অবিশ্লেষ্য, অদ্বিতীয়, চৰম আৰু অজড়। সৌন্দৰ্যৰ কোনো সংজ্ঞা দিব নোৱাৰি। কাৰণ যিবোৰ জড়বস্তুৰ আহিত বা আলমত অন্য কোনো বস্তুক আমি বুজাব পাৰোঁ, সৌন্দৰ্যক সেইবোৰৰ সহায়ত বুজাব নোৱাৰি। সৌন্দৰ্যৰ কোনো সীমা নাই, কাৰণ ই স্থান-কালৰ সীমাৰ ভিতৰত আৱদ্ধ নহয়। সৌন্দৰ্যক বিজ্ঞানৰ পদ্ধতিৰে বিশ্লেষণ কৰিব নোৱাৰি, কিয়নো ইয়াৰ কোনো আকাৰ নাই, দৈৰ্ঘ নাই, পৰিমাণ নাই, গধুৰতা নাই, স্থিতি নাই, গতি নাই; ইয়াক গণিব নোৱাৰি, জুখিব নোৱাৰি, মাপিব নোৱাৰি, ভাঙি-ছিঙি অণু-পৰমাণুত পৰিণত কৰিব নোৱাৰি। ই অদ্বিতীয় আৰু অতুলনীয়, কিয়নো ইয়াক অন্য কোনো বস্তুৰ লগত তুলনা কৰিব নোৱাৰি, অন্য কোনো বস্তুৰ উদাহৰণ দি ইয়াক বুজাব নোৱাৰি। ই চৰম, কিয়নো ইয়াৰ উৎপত্তি বা আঁতিগুৰি বিচাৰি অন্য কোনো বস্তু পোৱা নাযায়। ই অজড়, ই এক প্ৰকাৰ চেতনা, ইয়াক মানুহে মাথোন অনুভৱহে কৰিব পাৰে।

যিহেতুকে সৌন্দৰ্যক অনুভৱহে কৰিব পাৰি, সেই হেতু এক শ্ৰেণীৰ পণ্ডিতে কয় যে সৌন্দৰ্য মনৰহে সৃষ্টি, বাহিক জগতত ইয়াৰ কোনো অস্তিত্ব নাই। জিভাৰ সোৱাদৰ দৰে, সৌন্দৰ্যৰ সোৱাদো মনটোৱে পতি বেলেগ বেলেগ হব পাৰে। আহাৰৰ মেঘত কালিদাসে সৌন্দৰ্য দেখিছিল, কিন্তু সাধাৰণ মানুহে ইয়াত বৰষুণৰ আগন্তুকহে দেখা



পায়। একেটা সুমথিৰা টেঙাৰ কোঁহবোৰ খাই, এজন ল'ৰাই সুমথিৰা টেঙাটি মিঠা বুলি কব পাৰে আৰু আনজনে টেঙা বুলি কব পাৰে। তাৰ কাৰণ এই বুলি কোৱা হয় যে সোৱাদৰ অনুভূতিটো জিভাৰহে গুণ, সুমথিৰা টেঙাটোৰ নহয়। সেই দৰে দূৰণি পৰ্বতৰ ৰং যদিও নীল বৰণীয়া দেখোঁ, আচলতে পৰ্বতখন সেউজীয়াহে। ৰংকণা মানুহে হয়তো তাক নীলাও নেদেখে, সেউজীয়াও নেদেখে, বেগুনীয়াহে দেখে। গতিকে সোৱাদ, ৰং, সৌন্দৰ্য আদি গুণবোৰ বস্তুৰ গুণ নহয়, সেইবোৰ মনৰহে গুণ। মনে যাক সুন্দৰ বুলি কয় সিয়েই সুন্দৰ, মনে যাক কুৎচিত বুলি কয় সিয়েই কুৎচিত। একেটা বস্তুকে কোনোৱে সুন্দৰ দেখে, কোনোৱে তাত সৌন্দৰ্য নেদেখে আৰু আন কোনোৱে তাক প্ৰথমজনতকৈও বেছি সুন্দৰ দেখে। অন্য মানুহে কুৰূচ বুলি কলেও, প্ৰেমত পৰা ডেকাই প্ৰেমিকাৰ গাত সৌন্দৰ্যহে দেখে। "সৌন্দৰ্য প্ৰেমিকৰহে অৱদান" এই বিখ্যাত বাক্যৰদ্বাৰা সৌন্দৰ্য যে মনে গঢ়া বস্তু, এই তথ্যকে প্ৰকাশ কৰা হৈছে।

কিন্তু এই তথ্য বাস্তৱ জগতৰ প্ৰকৃত অভিজ্ঞতাৰ লগত খাপ নাখায়। মানুহৰ মনে অনুভৱ কৰিব পাৰকে বা নোৱাৰক, ফুলৰ সৌন্দৰ্য, জোনৰ আৰু উষাৰ সৌন্দৰ্যৰ এটা নিজা অস্তিত্ব আছে। কেনেবাকৈ আজি যদি মানৱ জাতিয়ে হঠাৎ সৌন্দৰ্য অনুভৱ কৰিব পৰা শক্তি হেৰুৱাই পেলায়, তেন্তে এইবোৰৰ সৌন্দৰ্য বিশ্বৰপৰা অন্তৰ্হিত হব নে কি? মানুহটোৱে প্ৰতি সৌন্দৰ্যৰ অনুভূতি বেলেগ পৰিমাণৰ হ'ল বুলিয়েই, সৌন্দৰ্য একমাত্ৰ মনৰহে ধৰ্ম অথবা ইয়াৰ কোনো নিজা অস্তিত্ব নাই, এনে ধৰণৰ সিদ্ধান্ত কৰিব নোৱাৰি। আচলতে সৌন্দৰ্যৰ অনুভূতি আৰু সৌন্দৰ্য দুয়োটা একে বস্তু নহয়। মনৰ বাহিৰত বাহিক পৰিদৃশ্যমান জগতত অসীম সৌন্দৰ্য সিচৰতি হৈ আছে, মাত্ৰ তাক কিছুমানে ভালকৈ অনুভৱ কৰিব পাৰে, কিছুমানে কমকৈ অনুভৱ কৰে। যদি সৌন্দৰ্য একমাত্ৰ মনৰহে ধৰ্ম হ'লহেঁতেন, তেনেহলে আমি কল্পনা কৰিব নোৱাৰোঁ নে যে সৌন্দৰ্যসিক্ত মনবিশিষ্ট কোনো এজন মানুহে ঘৰৰ পাছৰ চুৰা-পাতনি নাইবা গুৱাহাটীৰ কদৰ্য নৰ্দমাবোৰতো সৌন্দৰ্য দেখিব? কিন্তু আমি কেতিয়াও কল্পনাও নকৰোঁ যে অতিমাত্ৰা সৌন্দৰ্য সিক্ত মনেও এইবোৰত সৌন্দৰ্য দেখিব। মনেই সৌন্দৰ্যক সৃষ্টি কৰে বুলি কোৱা পণ্ডিতসকলেও এটা কথা স্বীকাৰ কৰে যে বস্তুৰ এটা বিশেষ গঢ় বা অৱস্থাতহে মানুহৰ মনত সৌন্দৰ্যৰ অনুভূতি হয়। শিল্পীৰ ছবিত আমি সৌন্দৰ্য দেখোঁ, সংগীতৰ সুৰত আমি সৌন্দৰ্য উপভোগ কৰোঁ, কবিৰ কবিতাত আমি সৌন্দৰ্য উপলব্ধি কৰোঁ, কিন্তু কাকতৰ ওপৰত যেনি তেনি কিছুমান ৰং ছটিয়াই দিলেই

বা ৰেখা আঁকিলেই আমি সৌন্দৰ্য নেদেখোঁ। সেই ৰংবোৰ আৰু সেই ৰেখাবোৰ এটা বিশেষ গঢ়ত উঠিলেহে তাৰপৰা আমি সৌন্দৰ্য অনুভৱ কৰোঁ। তেনেকৈ "সা ৰে-গা-মা-পা-ধা-নি" সুৰ কেইটা যেনে তেনেকৈ হাৰমোনিয়ামৰ পৰ্দাত বজালেই তাত কোনো সৌন্দৰ্য অনুভৱ নকৰোঁ, বৰঞ্চ বিৰক্তহে হওঁ। কিন্তু সেই একে সপ্ত-সুৰকে এটা বিশেষ পৰিক্ৰমাত বজালে তাৰপৰা অপূৰ্ব সৌন্দৰ্য অনুভৱ কৰোঁ। গতিকে সৌন্দৰ্য অকল মনে-গঢ়া বস্তু নহয়। ইয়াৰ নিজা সত্তা আছে। ই বস্তুৰ বিশেষ গঢ় বা অৱস্থাত প্ৰকাশিত হয় আৰু মনে তাক অনুভৱ কৰে।

সেই বুলি সৌন্দৰ্য জড়-বস্তুও নহয়। জড়-বস্তুৰ বিশেষ গঢ় বা অৱস্থাত ই ফুটি উঠে সঁচা, কিন্তু ই নিজে অজড়। জড়-বস্তুক জুখিব, গণিব, মাপিব পাৰি। জড়-বস্তুৰ উৎপত্তি, বিকাশ আৰু বিনাশ আছে। সকলো জড়-বস্তুৱেই পৰিবৰ্তনশীল। কিন্তু সৌন্দৰ্যত এই দোষ বা গুণবোৰ নাই। ই চিৰন্তন, অবিনাশী আৰু সাৰ্বজনীন। ফুল সুন্দৰ, আকাশ সুন্দৰ, সাগৰো সুন্দৰ ; যদিও ফুল, আকাশ আৰু সাগৰ একে বস্তু নহয়, তথাপি এটা বিষয়ত সিহঁত একে অৰ্থাৎ সিহঁত সকলোটি সুন্দৰ। সিহঁতৰ এটা গুণ সাধাৰণ আৰু সেই গুণটো হৈছে সৌন্দৰ্য। গতিকে সৌন্দৰ্য সাৰ্বজনীন। আন পাকে ফুল, আকাশ আৰু সাগৰ জড়, কিন্তু সিহঁতৰ সাধাৰণ গুণটো অৰ্থাৎ সৌন্দৰ্য জড় নহয়। জড়-ফুল, জড়-আকাশ, জড়-সাগৰ এক বিশেষ গঢ়ত গঠিত হোৱাৰ কাৰণে, সিহঁতৰ মাজত অজড় সৌন্দৰ্য গুণটি প্ৰকাশিত হৈছে। তেনেকৈ শিল্পীৰ ছবিৰ ৰং আৰু ৰেখাবোৰ জড় হলেও শিল্পীৰ হাতত এইবোৰে এনে এটা গঢ় লয়, যাৰপৰা সৌন্দৰ্য প্ৰকাশিত হয়।

যদি জড়ৰ বিশেষ গঢ় বা অৱস্থাৰপৰাই সৌন্দৰ্য প্ৰকাশিত হয়, তেন্তে প্ৰশ্ন কৰিব পাৰি যে সেই বিশেষ অৱস্থাত সকলো মানুহেই সেই সৌন্দৰ্যক সমানে অনুভৱ কৰিব পাৰিব লাগিছিল। কিন্তু কাৰ্যক্ষেত্ৰত দেখা যায় যে সকলোৱে একে অৱস্থাতে একে সৌন্দৰ্যকে নেদেখে। এই কথাৰ কাৰণেই আগত উনুকিওৱা পণ্ডিত শ্ৰেণীয়ে সৌন্দৰ্যক মনৰ সৃষ্টি বুলি কৈছিল। এই মত নিৰ্ভুল নহয় বুলি আমি আগতেই কৈছোঁহঁক। কিন্তু সকলোৱে কিয় একে অৱস্থাত একে সৌন্দৰ্য নেদেখে, তাৰো যুক্তিপূৰ্ণ ব্যাখ্যা থাকিব লাগিব। যিসকল পণ্ডিতে সৌন্দৰ্যক মনে-গঢ়া বস্তু বুলি নকয়, তেওঁলোকে যুক্তি দিয়ে যে একে বস্তুকে আমি সকলোৱে একে সমান স্বাৰ্থহীনতাৰে নাচাওঁ। যি বেছি স্বাৰ্থহীনতাৰে চায়, সি বেছি ভালকৈ সৌন্দৰ্য দেখাৰ যোগ্যতা অৰ্জন কৰে, যি কম স্বাৰ্থহীনতাৰে চায়, সি সেই একে বস্তুতে কম সৌন্দৰ্য দেখাৰ যোগ্যতা অৰ্জন কৰে। আমি সাধাৰণতে বস্তুবোৰক সিহঁতৰ নিজ গুণৰ বাবে নাচাওঁ, চাওঁ আমাৰ



নিজৰ কোনো কামত বা উপকাৰত লাগে নেকি সেই দৃষ্টিভংগীৰপৰা, অৰ্থাৎ আমাৰ স্বাৰ্থৰ বাবে। ঘৰৰ খুটা বা কাঠখৰিৰ বাবে আৱশ্যক হব এই বুলি যেতিয়া আমি গছজোপাৰ ফালে চাওঁ, তেতিয়া গছৰপৰা আমি কোনো সৌন্দৰ্য নেদেখাটো স্বাভাৱিক। বান্ধ-বান্ধি দোঙেৰে পথাৰলৈ পানী নিব লাগিব এই বুলি যেতিয়া নিজৰালৈ চাওঁ, তেতিয়া নিজৰাৰ সৌন্দৰ্য আমাৰ চকুত নপৰে। গৰু-গাড়ীৰে আমি দূৰ গাঁৱলৈ যাব লাগিব, এই বুলি যেতিয়া আমি গৰু-গাড়ী বিচাৰোঁ, তেতিয়া গাঁৱৰ এঁকা-বেঁকা বাটেৰে গৈ থকা গৰু-গাড়ীখনত কোনো সৌন্দৰ্য নেদেখোঁ। কিন্তু সেই একে গছ, একে নিজৰা আৰু একে গৰু-গাড়ীক যেতিয়া ছায়াচিত্ৰ নাইবা শিল্পীৰ ছবিত দেখা পাওঁ, তেতিয়া আমি সেইবোৰৰপৰা সৌন্দৰ্য অনুভৱ কৰোঁ, কিয়নো তেতিয়া আমি সেইবোৰক আমাৰ কোনো কাম বা স্বাৰ্থৰ ফালৰপৰা নাচাওঁ। প্ৰকৃত শিল্পীয়ে কিন্তু সেইবোৰক শিল্পীৰ কামত লাগক এই বুলি নহয়, সিহঁতৰ নিজত্বৰ কাৰণেই চাব জানে। সেই বাবে সেইবোৰৰ এটা বিশেষ গঢ় বা অৱস্থাত শিল্পীয়ে সৰ্বসাধাৰণতকৈ ভালকৈ সৌন্দৰ্য দেখে। তেওঁ দেখা সেই গঢ় বা অৱস্থাক তেওঁ নিজৰ চিত্ৰত প্ৰতিফলিত কৰে। যি গঢ় বা অৱস্থাক শিল্পীৰ চকুৱে বাহিক জগতত এনেয়ে দেখিছিল এতিয়া আমি তাক দেখা পাওঁ শিল্পীৰ চিত্ৰৰ মাজত। অৱশ্যে সূৰ্যোদয় সূৰ্যাস্ত, পূৰ্ণিমাৰ জোন, নীল সমুদ্ৰ, কুলিৰ মাত আদি কিছুমান বস্তু আছে, যাক আমি কোনোদিনে নিজৰ কোনো স্বাৰ্থৰ ফালৰপৰা চাবৰ আৱশ্যক নহয়, সেই দেখি সেইবোৰৰ মাজত আমি সৰ্বসাধাৰণেও কম-বেছি পৰিমাণে সৌন্দৰ্য অনুভৱ কৰোঁ।

যিহেতু শিল্পীয়ে নিজৰ চিত্ৰৰ, সুৰৰ অথবা কবিতাৰ যোগেদি বাহিক জগতৰ সৌন্দৰ্যক প্ৰতিফলিত কৰি সৰ্বসাধাৰণৰ মনতো সৌন্দৰ্যৰ অনুভূতি জগাব পাৰে, সেই হেতু শিল্পীৰ কলাক প্লেটোৱে সত্যদৰ্শনৰ দুৱাৰ বুলি কৈছিল। প্লেটোৰ মতে সত্য, সততা আৰু সৌন্দৰ্য একে চৈতন্যময় শক্তিৰ বিভিন্ন ফাল। সেই একে কথাকে কীট্‌চে প্ৰকাশ কৰিছিল তেওঁৰ বিশ্ববিখ্যাত বাণীৰে—"সুন্দৰেই সত্য আৰু সত্যই সুন্দৰ।" আমাৰ সাধাৰণ, পৰিদৃশ্যমান, বাহিক জড়জগতৰ আঁৰত এক চৈতন্যময় শক্তি বিশ্বচৰাচৰ বিয়পি আছে। বাহিক জড়-জগতখন সৰ্বদায় পৰিবৰ্তন হৈ আছে। যোৱা মুহূৰ্তৰ পৃথিৱীখন বৰ্তমান মুহূৰ্তৰ পৃথিৱীতকৈ বেলেগ আৰু ভৱিষ্যৎ মুহূৰ্তৰ পৃথিৱীখন তাতোকৈ অলপ বেলেগ হব। কিন্তু সেই বিশ্বব্যাপী চৈতন্যময় শক্তি চিৰন্তন আৰু অপৰিবৰ্তনশীল। সেই শক্তি সত্য, সততা আৰু সুন্দৰৰ মাধ্যমেদি আমাৰ জড় সংসাৰতো প্ৰকাশ পাই আছে। এই তিনিটা বস্তুকেই চৰম মূল্য বুলিও কোৱা হয়, কিয়নো এই সংসাৰত এই তিনিটাই বস্তু যাক সিহঁতৰ নিজ গুণৰ

বাবেই বিচৰা হয়। পৃথিৱীৰ আন সকলো বস্তুৰ আৱশ্যকতা বা মূল্যৰ উৎপত্তি হয় নিজ গুণৰ কাৰণে নহয়। অন্য-কিবা এটা কামত লাগে বুলিহে। যেনে চাউল, কাপোৰ আদিৰ মূল্য আছে আমাৰ জীৱনৰ মূল্য আছে বুলি আৰু সেই জীৱনক চাউল কাপোৰে ৰক্ষা কৰে বুলি। সেই দৰে টকা-পইচা, ঘৰ-দুৱাৰ আদি সংসাৰৰ যাৱতীয় বস্তুৰ মূল্য অন্য মূল্যৰপৰা উদ্ভূত মূল্য। কিন্তু সত্য, সততা আৰু সুন্দৰ অন্য কিবা কামত লাগে বুলি নহয়, সিহঁত নিজেই কাম্য, সেই বুলিয়ে সিহঁতৰ মূল্য। সিহঁতৰ মূল্য অন্য বস্তুৰ মূল্যৰপৰা উদ্ভূত নহয়। সেই বাবে সেইবোৰক চৰম মূল্য বুলি কোৱা হয়। এই তিনিওটা বস্তুৱেই আকৌ অজড়। ইহঁতক অনুভৱো কৰিব পাৰি মানুহৰ নিজৰ অজড় অংশৰদ্বাৰাহে। মানুহৰ শৰীৰটো জড় আৰু তাৰ লগত সংশ্লিষ্ট ভোক, পিয়াহ, যৌন লিপ্সা, কামনা আদিও জড়; কিন্তু তাৰ বিবেক, ইচ্ছা শক্তি, অনুভূতি আদি অজড়। অজড় সৌন্দৰ্যক মানুহৰ অজড় শক্তি অৰ্থাৎ অনুভূতিৰদ্বাৰাহে উপলব্ধি কৰিব পাৰি। সূৰ্যোদয়, সূৰ্যাস্ত, চন্দ্ৰমা আদি কিছুমান প্ৰাকৃতিক ক্ষেত্ৰৰ বাহিৰে অন্য ক্ষেত্ৰত আমি জড় জগতৰ দুৰ্ভেদ্য প্ৰাচীৰ সহজতে লঙ্ঘিব নোৱাৰোঁ আৰু সেই বাবে তাত অজড় সৌন্দৰ্যক উপলব্ধি কৰিব নোৱাৰোঁ। শিল্পীয়ে কিন্তু তেওঁৰ অজড় শক্তিৰ প্ৰাচুৰ্যৰ গুণত সাধাৰণ ক্ষেত্ৰতো সৌন্দৰ্য অনুভৱ কৰিব পাৰে আৰু তাকে নিজৰ চিত্ৰ, কবিতা বা সুৰৰ জৰিয়তে প্ৰকাশ কৰে। তেওঁৰ চিত্ৰ দেখি, কবিতা পঢ়ি বা সুৰ শুনি আমি সৰ্বসাধাৰণ মানুহে সেই সৌন্দৰ্য অনুভৱ কৰিব পাৰোঁ। শিল্পীয়ে অজড় সৌন্দৰ্য-ৰাজ্যৰ দুৱাৰখন মেলি দিয়ে আৰু তাৰে মাজেদি আমি সেই ৰাজ্যত ভুমুকি মাৰিব পাৰোঁ। কিন্তু সৌন্দৰ্য আৰু সত্য একে চৈতন্যশক্তিৰ বেলেগ দিশ মাত্ৰ। সেই বাবে প্লেটোৱে কৈছিল, "কলাই সত্যৰ দুৱাৰ।"

প্লেটোৱে আৰু কৈছিল যে শিল্পীয়ে সৌন্দৰ্যৰ 'সৃষ্টি' নকৰে, তেওঁ মাত্ৰ সৌন্দৰ্যক আৱিষ্কাৰ কৰে। সৌন্দৰ্য আছেই, গোটেই বিশ্বতে বিয়পি আছে। শিল্পীয়ে জড়-মুক্ত হৈ, জড়ৰ প্ৰাচীৰ ভেদ কৰি, নিজৰ অজড় অংশৰদ্বাৰা সেই সৌন্দৰ্য উপলব্ধি কৰে, তাৰ পিছত ৰং ৰেখাৰ সহায়ত জড়-চিত্ৰপটত সেই অজড়ক ফুটাই তোলে। সেই অজড়ক নানা মেৰ-পাকৰপৰা উদ্ধাৰ কৰি বাছি উলিয়াব জানে। তেওঁ বাছি বাছি অনাৱশ্যকীয় জাবৰ-জোঁথৰবোৰ বাদ দি সৌন্দৰ্যৰ প্ৰাচুৰ্য থকা গঢ়হে চিত্ৰত সন্নিবিষ্ট কৰে। নকলেও হব যে বাছি উলিয়াব নজনাৰ দোষত বহু শিল্পীৰ চিত্ৰত সৌন্দৰ্যৰ প্ৰাচুৰ্যৰ অভাৱ পৰিলক্ষিত হয়। আন পাকে ৰং-ৰেখাৰ ফালৰপৰা নিৰ্ভুল হলেও, কিছুমান শিল্পীৰ আন্তৰিক অজড় অনুভূতিৰ প্ৰাচুৰ্যৰ অভাৱত তেওঁলোকৰ



চিত্ৰবোৰ প্ৰকৃত সৌন্দৰ্যৰপৰা বঞ্চিত হয়। আৰু এক শ্ৰেণীৰ শিল্পীয়ে অজড় সৌন্দৰ্যতকৈ নিজৰ ব্যক্তিত্বকহে চিত্ৰৰ মাজেদি প্ৰকাশ কৰিবলৈ বিচাৰে। সেই শ্ৰেণীৰ চিত্ৰত প্ৰকৃত সৌন্দৰ্যৰ অভাৱ পৰিলক্ষিত হয়, কিয়নো নিজৰ ব্যক্তিত্বক পাহৰিলেহে, জড়ৰ প্ৰাচীৰ ভেদ কৰি প্ৰকৃত সৌন্দৰ্য অনুভৱ কৰিব পাৰি আৰু তাক চিত্ৰত সন্নিবিষ্ট কৰিব পাৰি। নিজৰ মনৰ কামনা-বাসনা আশা-আকাংক্ষা সন্নিবিষ্ট কৰা চিত্ৰৰ সৌন্দৰ্যত মহত্ব আৰু গভীৰত্ব বিচাৰি পোৱা টান। এই দৃষ্টি-ভংগীৰপৰাই বৰ্তমান যুগৰ এক্সপ্ৰেছনিজ্‌ম্, চাৰ্‌ৰিয়েলিজ্‌ম্, একজিষ্টেন্সিয়েলিজ্‌ম্ আদি উদ্ভট ধাৰণাক বহুতে কটু সমালোচনা কৰে। নকলেও হব যে এই সমালোচনা চিত্ৰৰ গাত যেনেকৈ খাটে, কবিতা আৰু সংগীতৰ বেলিকাও তেনেকৈ খাটে।

আনপাকে এইটোও সঁচা যে বহুত সময়ত কবি, চিত্ৰকৰ আৰু সুৰস্ৰষ্টাই নিজৰ অন্তৰ উপচি পৰা সৌন্দৰ্যানুভূতিক সম্পূৰ্ণভাৱে প্ৰকাশ কৰিবলৈ সক্ষমেই নহয়। হাজাৰে হওক, মানুহৰ ভাষা, ৰংৰেখা আৰু সুৰ সীমাবদ্ধ মাধ্যম। সীমাবদ্ধ মাধ্যমেৰে অসীমক কোনে নো পূৰ্ণপ্ৰকাশ কৰিব পাৰে? সেই দেখি বহুতো কবি, চিত্ৰকৰ আৰু সুৰস্ৰষ্টাই ক্ষোভ কৰে যে তেওঁলোকৰ এনে ভাষা নাই, এনে ৰেখা নাই আৰু এনে সুৰ নাই যাৰদ্বাৰা তেওঁলোকে সৌন্দৰ্যৰ সুধাপাত্ৰ সেই চিত্ৰ, কবিতা বা সুৰৰ মাজত উবুৰিয়াই ঢালি দিব। ৰবীন্দ্ৰনাথে তেওঁৰ 'প্ৰভাত-উৎসৱ' নামৰ কবিতাটি সম্বন্ধে মন্তব্য কৰি কৈছিল যে, "সেই কবিতাত লিখা কথাখিনিত ধনিষ্ঠামানো কবি-কল্পনাৰ অত্যুক্তি নাছিল, বাস্তৱিকতে যি অনুভৱ কৰিছিলোঁ, তাৰ প্ৰকাশ কৰিবৰ মোৰ শক্তিয়েই নাছিল।"

আমি সকলোৱেই বুজিব পাৰোঁ যে প্ৰকৃত সৌন্দৰ্যৰপৰা মনত যি আনন্দ হয়, সি অতুলনীয়, তাৰ তুলনা জড় জগতত নাই। একমাত্ৰ সত্য আৰু সততাৰপৰাহে এই শ্ৰেণীৰ অজড় আনন্দ উপলব্ধি কৰিব পাৰি। সত্য, সততা আৰু সৌন্দৰ্যক উপলব্ধি কৰাৰ সময়ত আমাৰ সাংসাৰিক জীৱনৰ সোঁত যেন ক্ষণিকৰ বাবে বন্ধ হৈ যায়, সংসাৰৰ সাধাৰণ সুখ-দুখ, লোভ-মোহ, চিন্তা-ভাবনা, আশা-আকাংক্ষা সকলো যেন অন্তৰ্হিত হয় আৰু মন এক অপূৰ্ব আনন্দত উপচি উঠে। ই অজড় আনন্দ। ই আসক্তিবিহীন আনন্দ। জড়-বস্তু আৰু তাৰ লগত সংশ্লিষ্ট প্ৰবৃত্তিবোৰৰপৰা হোৱা আনন্দৰপৰা ই সম্পূৰ্ণ বেলেগ শাৰীৰ। জড় আনন্দত আসক্তি আছে আৰু আসক্তিৰ লগত দুখ জড়িত আছে কিন্তু অজড় আসক্তিবিহীন আনন্দ সাধাৰণ মোহমাদকতাৰ বহুত ওপৰত থাকে। ফুলৰ সৌন্দৰ্য অনুভৱ কৰা সময়ত, ফুলটো ছিঙি আনি তাৰ ওপৰত নিজৰ সম্পত্তিৰ অধিকাৰ দাবী কৰাৰ মোহ নজন্মে। গ্ৰীচ দেশৰ

অনাবৃত ভেনাচৰ বিখ্যাত শিলৰ মূৰ্তিটো দেখি যৌনলিপ্সাৰ উদ্ৰেক নহয়। এই মূৰ্তিৰ সৌন্দৰ্যৰপৰা অনুভৱ কৰা আনন্দ আজিকালিৰ জাননী-কাকতত ছপা হোৱা চিত্ৰতাৰকাৰ অৰ্ধাবৃত শৰীৰৰ ছবি দেখি হোৱা উল্লাসৰপৰা সম্পূৰ্ণ বেলেগ। পাছৰ শ্ৰেণীৰ আনন্দত যৌনলিপ্সাৰ গোন্ধ আছে। ই জড়ৰ আনন্দ, জড়শৰীৰৰ তেজ-মঙহৰ লালসাৰ আনন্দ। কিন্তু ভেনাচৰ মূৰ্তিৰ সৌন্দৰ্যৰপৰা হোৱা আনন্দ অজড় আনন্দ, আসক্তিবিহীন আনন্দ, চিন্ময় জগতৰ আনন্দ।

এই আসক্তিবিহীন আনন্দৰ হেতুকেই বোধহয় সৌন্দৰ্যৰ প্ৰকৃত সাধকসকলে সাধাৰণতে সাংসাৰিক ধন-ঐশ্বৰ্য বিষয়-বৈভৱৰ প্ৰতি উদাসীন হৈ পৰে। যি চিদানন্দৰ সোৱাদ তেওঁলোকে পায়, তাৰ তুলনাত ধন-সম্পত্তি, পদৱী-ক্ষমতা আদিৰপৰা হোৱা আনন্দ তুচ্ছ আৰু তলথাপৰ যেন লাগে। আনপাকে ধনসম্পত্তি ক্ষমতা আদিয়ে বহুত সময়ত প্ৰকৃত সৌন্দৰ্য উপভোগ কৰাৰ বাটত অন্তৰায়হে হয়। "ধোঁৱাই যিদৰে জুইক আবৰি থাকে, মলিয়ে যিদৰে দাপোণক ঢাকি ধৰে, সেই দৰে জড়েও চেতনাক আবৰি থাকে" ( গীতা )। প্ৰকৃত শিল্পীয়ে পাৰ্থিৱ জগতৰ বিষয়-বিভূতিৰ লালসাৰপৰা মুক্ত হৈ অজড় সৌন্দৰ্যৰ চুনিবাৰ আকৰ্ষণত পৰি প্ৰায়েই উদাসীন, বৈৰাগ্যময় জীৱন যাপন কৰে। পল গোঁগা নামৰ বিশ্ববিখ্যাত ফৰাচী শিল্পীজনে গোটেই ইউৰোপতে যথেষ্ট খ্যাতি লাভ কৰিছিল। ইচ্ছা কৰা হলে, তেওঁ অজস্ৰ ধন-সম্পত্তি আৰু মান-সন্মানৰ অধিকাৰী হব পাৰিলেহেঁতেন। কিন্তু সেই সকলোকে কাতি কৰি, আন কি পশ্চিমীয়া সভ্যতাকে পৰিত্যাগ কৰি, প্ৰশান্ত মহাসাগৰৰ এক নিৰ্জন দ্বীপত আদিমবাসীৰ মাজত, আদিমবাসীৰ দৰেই, অভাৱ-অনাটনত জীৱন যাপন কৰিছিল। শেহত হেনো দুৰাৰোগ্য মহাকুষ্ঠ ব্যাধিৰদ্বাৰা আক্ৰান্ত হৈ দৃষ্টি শক্তিৰপৰা বঞ্চিত হৈ মৃত্যুবৰণ কৰিছিল। মৰাৰ আগতে হেনো অন্তৰত সঞ্চিত হৈ অপূৰ্ব সৌন্দৰ্যক প্ৰকাশ কৰিবৰ অন্য উপায় নাপাই, নিজ পঁজাৰ বেৰ আৰু মজিয়াতে অতুলনীয় সৌন্দৰ্য-ভৰা ছবি আঁকি থৈছিল। পৃথিৱীৰ আন বহুতো প্ৰখ্যাত শিল্পীয়ে আজীৱন দাৰিদ্ৰ্যতে দিন কটাইছিল।

শিল্পীয়ে যে যিকোনো সময়তে, নিজৰ ইচ্ছানুযায়ী, সৌন্দৰ্য উপলব্ধি কৰিব পাৰে এনে নহয়। ইয়াৰ উপলব্ধি প্ৰায়েই হঠাতে আহে আৰু সাধাৰণতে ক্ষন্তেকৰ পিছতে অন্তৰ্হিত হয়। কিন্তু ই মনৰ ভিতৰত এনেকৈ সাঁচ বহুৱায় যে ইয়াৰপৰা হোৱা আনন্দ আজীৱন অন্তৰত বৈ যায়। এই মুহূৰ্তটিকে সেই দেখি ব্ৰাউনিঙে কৈছিল "অনন্ত মুহূৰ্ত" বুলি। সেই একে কথাকে কীট্‌চে তেওঁৰ 'এণ্ডিমিয়ন' কবিতাৰ বিশ্ববিখ্যাত আৰম্ভণি বাণীৰে প্ৰকাশ কৰিছিল, "সুন্দৰ বস্তুৰেই চিৰ-



আনন্দ।" সেই একে কবিতাতে তেওঁ আৰু অলপ বহলাই এই দৰে কৈছিল, "এই সৌন্দৰ্যবোৰ মাত্ৰ চুটি এঘণ্টাৰ বাবে অনুভৱ নকৰোঁ। যেনেকৈ মন্দিৰৰ চাৰিওফালৰ গছবোৰ মন্দিৰৰে অঙ্গ হৈ পৰে, তেনেকৈ চন্দ্ৰমা, কবিতাৰ অনুভূতি, অসীম উজ্জ্বলতা আদিয়ে আমাৰ সঙ্গ নেৰে আৰু অৱশেষত সেইবোৰ আমাৰ আত্মাৰ আনন্দময় জ্যোতি হৈ পৰে, আৰু এনে দৃঢ়ভাৱে আমাৰ অন্তৰত আৱদ্ধ হয় যে বাহিৰত পোহৰেই থাকক বা আন্ধাৰেই আৱৰি ধৰক, সেইবোৰ কিন্তু আমাৰ সত্তাৰ লগতে থাকি যায়, নহলে আমাৰ মৃত্যু হয়।" ৰবীন্দ্ৰনাথে তেওঁৰ জীৱন স্মৃতিত লিখিছে, "এদিন বাতিপুৱা বাৰাণ্ডাত থিয় হৈ দেখিলোঁ, গছৰ পাতৰ মাজেদি সূৰ্যোদয় হৈ আছে। চাই থাকোঁতে থাকোঁতে হঠাৎ এক মুহূৰ্ততে চকুৰ ওপৰৰপৰা যেন এখন পৰ্দা উৰি গ'ল। দেখিলোঁ এক অপৰূপ মহিমাত বিশ্বসংসাৰ সমাচ্ছন্ন। আনন্দ আৰু সৌন্দৰ্যৰ সকলোতে ঢৌ উঠিছে। মোৰ গোটেই অন্তৰত বিশ্বৰ পোহৰ ছিটিকি পৰিল। সেই দিনাই 'নিৰ্ঝৰৰ স্বপ্ন ভঙ্গ' কবিতাটি নিৰ্ঝৰৰ দৰেই যেন বাহিৰ হৈ আহিল।"

অজড় সৌন্দৰ্য দৰ্শনৰ সময়খিনি খন্তেকীয়া হোৱা বাবে বহুত শিল্পীৰ মনত এটা অতৃপ্ত হাবিয়াস বৈ যায়। তেওঁলোকে অনুক্ষণ অনুভৱ কৰে যেন তেওঁলোকে কিবা এটা হেৰুৱালে। সৌন্দৰ্যৰাজ্যৰ দুৱাৰখন মুহূৰ্তৰ বাবে মেলখাই খন্তেক পিছতে বন্ধ হৈ যায়। সেই বাবে এফালে যেনেকৈ শিল্পীৰ অন্তৰত আনন্দ উপচি পৰে, আনফালে তেওঁৰ অন্তৰত সেই চৈতন্যময় ৰাজ্যৰ প্ৰতি এক অদ্ভুদ আকৰ্ষণ জাগি উঠে। এই তৃপ্তি আৰু অতৃপ্তিৰ মাজতে বহুত শিল্পীৰ জীৱন অতিবাহিত হয়। জ্যোতিপ্ৰসাদে 'শোণিত কুঁৱৰী'ত চিত্ৰলেখাৰ মুখেদি কৈছিল—

ফুলিছে সহস্ৰফুল কত যুগ ধৰি,
গাবহি অনন্তকাল কুলিয়ে অমিয়া,
বিলাব সৌৰভ ফুলি শত ফুল-কলি,
তথাপিতো নহব শেষ,
অতৃপ্ত হিয়াৰ মোৰ সৌন্দৰ্য-সাধনা।

ৰবীন্দ্ৰনাথৰ 'গীতাঞ্জলি'ৰ তলৰ কথাখিনিত একেভাৱেই প্ৰকাশিত হৈছে—

সুন্দৰ তুমি আহিছিলা আজি পুৱাতে,
* *
উঠিলোঁ যেতিয়া, তেতিয়া গইছা গুচি,
আৰু বোধহয় নহব দেখা তোমাৰ সতে।

ওপৰৰ আলোচনাৰ মোখনি মাৰি সামৰণিত ইয়াকে কব পাৰি যে বিশ্ব-ব্ৰহ্মাণ্ডত এক অসীম অনন্ত চৈতন্যশক্তি বিয়পি আছে। জড়ৰ আবৰণৰ হেতুকে সেই চৈতন্যময় শক্তিক মানুহে সাধাৰণ চকুৰে দৰ্শন কৰিব নোৱাৰে। কিন্তু মানুহে নিজৰ অন্তৰখন জড়-মুক্ত কৰিব পাৰিলে, সি তাৰ চেতন অংশেৰে, গভীৰ অনুভূতিৰ-দ্বাৰা, অজড় মাধ্যমেৰে প্ৰকাশিত সেই চিৰ-চেতন শক্তিক উপলব্ধি কৰিব পাৰে। সৌভাগ্যবশতঃ সেই চিৰ-চেতন শক্তি এই পৃথিৱীতে প্ৰকাশিত হৈ আছে অন্ততঃ তিনিটা অজড় মাধ্যমেৰে। সেই তিনিটা মাধ্যম হ'ল সত্য, সততা আৰু সৌন্দৰ্য— সত্যম্ শিৱম্ সুন্দৰম্। এই প্ৰবন্ধ তাৰে এটা মাধ্যম অৰ্থাৎ সৌন্দৰ্য সম্বন্ধে সামান্য আভাস দিবৰ এটা ক্ষীণ চেষ্টা মাত্ৰ।

# জীৱনৰ সোঁত

মানুহ জন্মে আৰু মৰে, কিন্তু সতি-সন্ততি বৈ যায়। পিছত সতি-সন্ততিও মৰে, কিন্তু সতি-সন্ততিৰ সন্ততি বৈ যায়। চামে চামে মানুহ মৰি আছে, প্ৰতি মুহূৰ্ততে অসংখ্য মানুহ মৰি আছে, কিন্তু প্ৰতি মুহূৰ্ততে অসংখ্য মানুহ জন্মিও আছে। যি কোনো মুহূৰ্ততে কোটি কোটি মানুহৰ জীৱনৰ সোঁত চলি আছে। এনে এটা মুহূৰ্ত নাই যেতিয়া মানৱ জাতিৰ জীৱন-প্ৰবাহ ক্ষন্তেকৰ বাবেও বন্ধ হৈছে, যদিও গাইগুটীয়া মানুহৰ জীৱন সদায়ে বিনষ্ট হৈয়ে আছে। ব্ৰহ্মপুত্ৰৰ দলঙৰ তলেদি সদায়ে পানী বৈ আছে। যি পানী এবাৰ ভটিয়াই গৈছে, সি পুনৰ দলঙৰ তললৈ ঘূৰি অহা নাই। কিন্তু কোনো দিনেই, কোনো মুহূৰ্ততেই দলঙৰ তলত পানী নাইকিয়া হোৱা নাই। পানীৰ সোঁত অবিৰলভাৱে অনন্তকাললৈ চলি আছে।

নদীৰ সোঁতৰ দৰেই মানৱ জাতিৰ জীৱনৰ সোঁত। গাইগুটীয়াকৈ দিনে-নিশাই মানুহ জন্মিছে, ডাঙৰ হৈছে, মৰিছে, বিলুপ্ত হৈছে, কিন্তু মানৱ জাতিৰ জীৱন কোনো মুহূৰ্ততে বিলুপ্ত হোৱা নাই, অবিৰলভাৱে অনন্তকাললৈ চলি আছে। কিন্তু অকল মানৱ জাতি কিয়? পৃথিৱীৰ সকলো প্ৰাণীয়েই জন্মিছে, ডাঙৰ হৈছে, সন্তান উৎপাদন কৰিছে, মৰিছে, বিলুপ্ত হৈছে, কিন্তু প্ৰত্যেক শ্ৰেণীৰ প্ৰাণীৰ জীৱনৰ সোঁত চলি আছে। হাতী, ঘোঁৰা, বাঘ, ভালুক, চৰাই-চিৰিকটি, পোক-পৰুৱা, সকলোৰে জীৱনৰ সোঁত চলি আছে।

আচলতে বেলেগ বেলেগ প্ৰাণীৰ বেলেগ বেলেগ জীৱনৰ সোঁত নহয়। একেটা জীৱনৰ সোঁতে পৃথিৱীৰ সকলো প্ৰাণীকে সাঙুৰি আছে। এইবোৰ একে জীৱনৰে বেলেগ বেলেগ বিকাশ মাত্ৰ। এক ব্ৰহ্মপুত্ৰ নদীৰ পানীয়েই থৰালি মাহত চাপৰিৰ মাজে মাজে বহুতো সুঁতি-প্ৰসুঁতিৰ বুকেদি বৈ যোৱা নাই জানো? সুঁতিবোৰৰ আকাৰ, প্ৰকাৰ, স্থিতি গতি, প্ৰগতি বেলেগ বেলেগ, কিন্তু পানী সেয়া ব্ৰহ্মপুত্ৰৰে। কেতিয়াবা বেলেগ নামেৰে অভিহিত হলেও মূঠতে সেই সকলোবোৰকে ব্ৰহ্মপুত্ৰ বুলিয়েই কোৱা হয়। জীৱনৰ সোঁতো সেইদৰে একেটা, মাত্ৰ বেলেগ বেলেগ প্ৰাণীৰ মাজেদি বৈ গৈছে। মানুহ, হাতী, ঘোঁৰা, বাঘ, ভালুক, চৰাই-চিৰিকটি, পোক-পৰুৱা

সকলোৰে মাজেদি জীৱনৰ সোঁত বৈ গৈছে। জীৱন-প্ৰবাহৰ জীৱনী-শক্তিৰ বলতে মানৱ জাতিৰ জীৱন-স্ফূৰ্তি চলি আছে, হাতী-ঘোঁৰাৰ জীৱন-স্ফূৰ্তি চলি আছে, পোক-পৰুৱাবো জীৱন-স্ফূৰ্তি চলি আছে।

এই বহল অৰ্থত, জীৱন নো কেতিয়া আৰম্ভ হ'ল আৰু কিমান দিনলৈনো চলি থাকিব ? এই প্ৰশ্নৰ উত্তৰ সহজতে দিব নোৱাৰি। যি মূল জীৱনী-শক্তিৰ প্ৰভাৱত পৃথিৱীত জীৱন-প্ৰবাহ চলি আছে, সেই মূল জীৱনী-শক্তি অনাদি, অনন্ত। আচলতে প্ৰশ্নটি এই ধৰণৰ হলেহে উত্তৰ দিয়াটো কিছু পৰিমাণে সম্ভৱ হব পাৰে, এই পৃথিৱীত মূল জীৱনী-শক্তিয়ে কেতিয়াৰপৰা জড়-প্ৰকৃতিৰ মাজত প্ৰকাশিত হ'ল আৰু কিমান দিনলৈকে প্ৰকাশিত হৈ থাকিব ? এইখিনিতে জীৱন আৰু জড়ৰ পাৰ্থক্যখিনি মনত ৰাখিব লাগিব। জীৱন অ-জড় শক্তি। জড় নাথাকিলেও, এই শক্তিয়ে বিশ্ব ব্ৰহ্মাণ্ডত বিয়পি থাকে। কিন্তু জড়ৰ কোনো এটা বিশেষ অৱস্থাতহে জীৱনী-শক্তিয়ে জড়ৰ লগত সংযুক্ত হয়, জড়ৰ কোনো এটা বিশেষ অৱস্থাত, সকলো অৱস্থাত নহয়। বিজুলী শক্তিয়ে যেনেকৈ তাম নাইবা তিখাৰ তাঁৰেৰেহে বৈ যায়, কাঠ নাইবা চীনা মাটিৰ মাজেৰে নাযায়, তেনেকৈ জীৱনৰ সোঁতো জড়ৰ এটা বিশেষ অৱস্থাতহে প্ৰবাহিত হয়। পৃথিৱী গ্ৰহ সূৰ্যৰপৰা বিচ্ছিন্ন হৈ অহাৰ পিছত কোটি কোটি বছৰ ধৰি পৃথিৱীত জীৱন-প্ৰবাহ চলা নাছিল, মাত্ৰ তিনি বিলিয়ন বছৰ আগতে পৃথিৱীত প্ৰথম জীৱন আৰম্ভ হয়। তাৰ আগলৈকে জড়ৰ সেই বিশেষ অৱস্থা সৃষ্টি হোৱা নাছিল যি অৱস্থাত জীৱনে থাপনা লব পাৰে।

জড় আৰু জীৱনী-শক্তিৰ সংযোগত পৃথিৱীৰ প্ৰাণীবোৰৰ সৃষ্টি হয় আৰু যিমান দিন এই সংযোগ বিচ্ছিন্ন নহয় তিমান দিনে প্ৰাণী জীয়াই থাকে। যি দিনাই জীৱনী-শক্তি বিচ্ছিন্ন হয়, সিদিনাই প্ৰাণীৰ মৃত্যু হোৱা বুলি আমি সাধাৰণ ভাষাত কওঁ। দৰাচলতে জীৱনৰ মৰণ নাই, অথবা জীৱনী শক্তিৰ ফালৰপৰা চালে জীৱন আৰু মৰণৰ কোনো প্ৰভেদ নাই। মৰণৰ অৰ্থ এয়ে যে জীৱন প্ৰবাহৰ যি চলু পানী প্ৰাণীৰ মাজেদি বৈ গৈছিল সি আকৌ মূল-প্ৰবাহত মিলিত হয়, কিন্তু বিনষ্ট নহয়। শব্দৰ একে তৰঙ্গই অসংখ্য ৰেডিঅ'ৰ মাজেদি শব্দ প্ৰকাশ কৰে। কিন্তু ৰেডিঅ' বন্ধ হলেও অথবা ভাগি গলেও শব্দৰ তৰঙ্গই আকাশেদি চলিয়েই থাকে। ৰেডিঅ'ৰ অন্ত হ'ল বুলিয়েই শব্দৰ তৰঙ্গ অন্ত নহয়। সেই দৰে কোনো প্ৰাণীৰ শৰীৰত জীৱনী-শক্তিৰ ঢৌৱে খেলিবলৈ এৰিলেও, জীৱনী-শক্তিৰ অন্ত পৰা বুলি কব নোৱাৰি। দৰাচলতে জড়-শৰীৰকণ যন্ত্ৰৰ লেখিয়া, জীৱন তাৰে যন্ত্ৰী। এই যন্ত্ৰীয়ে শৰীৰ যন্ত্ৰক ব্যৱহাৰ কৰি তাত প্ৰাণৰ হিল্লোল তোলে।



তেনেহলে মৰণ হয় জড়ৰহে ? কিন্তু বৈজ্ঞানিকে কয় যে জড়ৰো মৰণ নাই, জড়ৰ মাথোন ৰূপান্তৰ হয়। প্ৰাণীৰ শৰীৰৰ কাৰ্বন, নাইট্ৰোজেন, অক্সিজেন, হাইড্ৰোজেন, কেলছিয়াম, পটেছিয়াম আদি মূল বস্তুবোৰ মৃত্যুৰ পিছত আকৌ জড় প্ৰকৃতিলৈ ফিৰি যায়। মাটিৰ শৰীৰ মাটিতে মিহলি হৈ যায়। এই দিশৰপৰা চালে জড়ৰো মৰণ নাই। জীৱনৰতো মৰণ নায়েই, গতিকে 'মৰণ' মানুহৰ মনে-গঢ়া ধাৰণা, কোনো এক বিশেষ প্ৰাণীৰ বিশেষ অৱস্থাত জড় আৰু জীৱনী-শক্তিৰ বিচ্ছেদকে মানুহে 'মৰণ' নাম দিছে। এই গাইগুটীয়া প্ৰাণী বিলোপ পাব পাৰে, কিন্তু বিশ্বব্ৰহ্মাণ্ডৰ বিৰাট পটভূমিত জীৱন আৰু জড় দুয়োৱেই অবিনশ্বৰ, অমৃত, মৃত্যুহীন। বিশ্ব-ব্ৰহ্মাণ্ডৰ বিৰাট পটভূমিৰ কথা সম্প্ৰতি এৰি আমাৰ এই পৃথিৱী গ্ৰহৰ কথাতে আৱদ্ধ থাকি আলোচনা কৰা যাওক। এই পৃথিৱীত জড় আৰু জীৱনৰ প্ৰথম সংযোগ কেতিয়া হ'ল, সেই প্ৰশ্নকে অলপ আগতে দাঙি ধৰা হৈছিল। নকলেও হব যে পৃথিৱীৰ একেবাৰে আদি অৱস্থাত কোনো প্ৰাণী নাছিল—থাকিব নোৱাৰিছিল। পৃথিৱী তেতিয়া ইমান গৰম আছিল যে ইয়াত কোনো প্ৰাণী থকাটো সম্ভৱপৰ নাছিল। আজিও ইয়াৰ অন্তঃস্থল ইমান গৰম যে তাত কোনো প্ৰাণী থাকিব নোৱাৰে ; আনকি মাটিৰ কেইমাইলমান তলৰপৰাই ভিতৰৰ ফালে কোনো প্ৰাণী নাই। সূৰ্যৰপৰা ফাটি অহাৰ প্ৰায় তিনি বিলিয়ন বছৰৰ পিছত, পৃথিৱীৰ বুকত প্ৰথম প্ৰাণীৰ উদ্ভৱ হ'ল, অতি সাধাৰণ ৰূপত, অতিকৈ সৰলভাৱে প্ৰটোজোৱাৰ ৰূপত। প্ৰটোজোৱা মাত্ৰ সাধাৰণ 'প্ৰটোপ্লাজম' খিনিৰে গঠিত। এই প্ৰটোপ্লাজমত সাধাৰণ কেইটামান ৰাসায়নিক বস্তু থাকে, যেনে এমিনো-এচিড, নিউক্লিক-এচিড, ইউৰিয়া, ষ্টাৰ্চ আদি। তাতে আহি জীৱনী-শক্তি কেনেকৈ সংযুক্ত হ'ল, তাক কোনোৱে কব নোৱাৰে, তাক কেৱল সৃষ্টিকৰ্তাইহে কব পাৰিব। জড়ৰ যি বিশেষ অৱস্থাত জীৱনে থাপনা লয়, হয়তো প্ৰটোপ্লাজমেই সেই বিশেষ অৱস্থা। সেই অৱস্থা জীৱনৰ কাৰণে হয়তো উপযুক্ত অৱস্থা, আৰু সেইবাবেই জীৱনে তেতিয়া জড়ৰ মাজেৰে প্ৰকাশিত হবলৈ আৰম্ভ কৰিলে। কাৰণ যিয়েই নহওক, প্ৰটোপ্লাজমৰ মাধ্যমেৰে জড়ৰ মাজত জীৱনৰ সেয়া প্ৰথম আবিৰ্ভাৱ, জীৱন প্ৰবাহৰ প্ৰথম উঁহ, অতি ক্ষীণ উঁহ। অতিকৈ সৰল, সাধাৰণ প্ৰাণী হিচাপে জীৱনৰ জুৰিটি পৃথিৱীত আৰম্ভ হ'ল। লাহে লাহে জীৱনে নিজৰ প্ৰকাশৰ সীমা বঢ়াই ললে, ৰূপান্তৰ আনিলে, জড়-প্ৰকৃতিক নানা ৰকমে সাঙুৰিব ধৰিলে। সেই শক্তিয়ে বেলেগ বেলেগ মূল বস্তুক ব্যৱহাৰ কৰিবলৈ ধৰিলে ; চন্দ্ৰ, সূৰ্য, পানী, মাটি, বতাহ, আকাশ সকলোকে কামত খটুৱালে। "ক্ষিত্যপতেজোমৰুৎব্যোম" লাগি গ'ল জীৱনৰ

বিকাশত। জড়ৰ সহায়ত জীৱনে সৃষ্টি কৰিলে নতুন নতুন প্ৰাণী। এই অৱস্থাৰ আগলৈকে পৃথিৱীয়ে কেৱল জড়-প্ৰকৃতিৰ তাণ্ডৱ নৃত্যকে দেখি আছিল—আকাশ-লংঘী জুই, জালামুখীৰ গলিত পদাৰ্থৰ নৈ, অন্তহীন ভূমিকম্প, উদ্বেলিত সমুদ্ৰ, উন্মত্ত বতাহ, সি যে সৃষ্টিৰ কি প্ৰলয় তুল্য অৱস্থা! কিন্তু জীৱনৰ আবিৰ্ভাৱৰ সময়ত পৃথিৱীয়ে এক নতুন দৃশ্য দেখিলে, প্ৰাণ জুৰোৱা দৃশ্য,—স্নিগ্ধ, শান্ত সমুদ্ৰত জীৱন্ত প্ৰাণীৰ মনোহৰ দৃশ্য, ভয় ভয়কৈ বিচৰণ কৰা প্ৰটোজোৱাৰ দৃশ্য। ইয়াৰ পিছত জীৱনে নিজক ভালকৈ প্ৰকাশ কৰিবৰ বাবে, জড় দেহটোক ক্ৰমান্বয়ে উন্নত অৱস্থালৈ উধাই নিবলৈ ধৰিলে। সামান্য, অঙ্গ-প্ৰত্যঙ্গহীন, প্ৰায় আকাৰবিহীন, অৱস্থাৰপৰা সাকাৰ, সুৰূপ অৱস্থালৈ জড় দেহটিক ৰূপান্তৰ কৰিবলৈ ধৰিলে। প্ৰটোজোৱাৰ আবিৰ্ভাৱৰ বহু পিছত প্ৰাণীয়ে পানীত সাঁতুৰিবৰ কাৰণে আৱশ্যকীয় অঙ্গ-প্ৰত্যঙ্গ পাইছিল। তাৰ পিছত পানীৰপৰা মাটিলৈ যাব পৰা নতুন প্ৰাণী উদ্ভৱ হ'ল, পানী মাটি দুয়োতে ব্যৱহাৰ কৰিব পৰা অঙ্গ-প্ৰত্যঙ্গৰে সৈতে। তাৰ পিছত মাটিতেই স্থায়ীভাৱে থাকিব পৰা প্ৰাণীৰ উদ্ভৱ হ'ল। সিহঁতে পানীত সাঁতোৰা অঙ্গবোৰ হেৰুৱালে, চাৰিখন ঠেঙেৰে পৃথিৱীৰ জলখণ্ডৰ আশে-পাশে বিচৰণ কৰি ফুৰিবলৈ ধৰিলে আৰু মাটিৰপৰাই নিজক প্ৰতিপালন কৰিবলৈ শিকিলে। সময়ত গছতো উঠিবলৈ জনা হ'ল, কিছুমানে আকাশত উঠিবলৈকো শিকিলে। অৱশেষত আদি-মানৱ সৃষ্টি হ'ল। মানৱে চাৰি ঠেঙৰ সলনি দুই ঠেঙৰ ওপৰতে ভৰ দি খোজ কাঢ়িবলৈ শিকিলে। জীৱন এক অভিনৱ স্তৰত উঠিল, আৰু সৃষ্টিৰ জয়-যাত্ৰা আৰম্ভ হ'ল। মৎস্য, কূৰ্ম, নৰসিংহৰ অৱতাৰৰ পিছত বামন আৰু হলিৰামৰ অৱতাৰ হ'ল।

হিন্দু শাস্ত্ৰৰ দশাৱতাৰৰ আখ্যান জীৱনৰ ক্ৰম-বিকাশৰে উদাহৰণ। অনাদি অনন্ত জীৱনী-শক্তিয়ে যেতিয়া জড়ৰ লগত সংযুক্ত হৈ প্ৰথমতে সাগৰৰ পানীত থকা জীৱ সৃষ্টি কৰিলে, সেই অৱস্থাক আমাৰ শাস্ত্ৰই ভগৱানৰ মৎস্য অৱতাৰ বুলি বৰ্ণনা কৰিছে। তাৰ পিছত যেতিয়া পানী আৰু মাটি দুয়োতে বিচৰণ কৰা প্ৰাণীৰ মাজেদি জীৱনে নিজক প্ৰকাশ কৰিলে, সেই অৱস্থাক আমাৰ শাস্ত্ৰই ভগৱানৰ কূৰ্ম অৱতাৰ বুলি কৈছে। তাৰ পিছত যেতিয়া মাটিতে বাস কৰা প্ৰাণীৰ উদ্ভৱ হ'ল, তাক বৰাহ অৱতাৰ বুলি বৰ্ণোৱা হৈছে। বহুদিনৰ পিছত যেতিয়া মানৱৰ পূৰ্বস্তৰ অৰ্থাৎ অৰ্দ্ধ-মানৱ 'এপমেন'ৰ আবিৰ্ভাৱ হ'ল, সেই অৱস্থাক নৰসিংহ অৱতাৰ বুলি কোৱা হৈছে। যেতিয়া আদি মানৱৰ আবিৰ্ভাৱ হ'ল তাক বামন অৱতাৰ বুলি কোৱা হৈছে, কিয়নো সেই অৱস্থাত মানৱে অন্যান্য প্ৰাণীৰ তুলনাত দুৰ্বল, নিশকতীয়া আৰু



ক্ৰুটিয়া হৈয়ে আছিল। যেতিয়া মানৱে নিজৰ আত্মৰক্ষাৰ্থে অস্ত্ৰ-শস্ত্ৰ লৈ যুঁজ কৰিবলৈ শিকিলে, তেতিয়া সকলো প্ৰাণীয়ে তাক ভয় কৰা হ'ল, আৰু সেই দুৰ্দান্ত, প্ৰবল প্ৰতাপী ৰণ-নিপুণ, ৰুদ্ৰমূৰ্তি মানৱক পৰশুৰামৰ অৱতাৰ বুলি আমাৰ শাস্ত্ৰত বৰ্ণোৱা হৈছে। লাহে লাহে পৃথিৱীৰ বুকুত নিজৰ প্ৰতিপত্তি স্থাপিত কৰি মানৱ জাতিয়ে যেতিয়া খেতি কৰিবলৈ শিকিলে, তেতিয়া সভ্যতাৰ প্ৰথম খাপ আৰম্ভ হ'ল আৰু তেতিয়া কান্ধত খেতিৰ হাল লৈ হলিৰামৰ অৱতাৰ হ'ল। তাৰ পিছত সভ্যতা স্থাপিত হ'ল, সোণৰ সত্যযুগ আহিল, আৰু নীতি ধৰ্মৰ পতাকা লৈ শ্ৰীৰামচন্দ্ৰৰ অৱতাৰ হ'ল। সৰ্বশেষত পৃথিৱীত শান্তি প্ৰতিষ্ঠাৰ অৰ্থে, সকলো প্ৰাণীৰ ৰক্ষাৰ অৰ্থে, মানৱৰ অ-জড়-গুণাৱলীৰ বিকাশৰ অৰ্থে ভগৱানৰ অৱতাৰ হ'ল বুদ্ধ ৰূপে, যীশুখ্ৰীষ্ট ৰূপে, মহাত্মা গান্ধী ৰূপে—যি ৰূপ এতিয়ালৈকে মানৱৰ শ্ৰেষ্ঠ ৰূপ, প্ৰাণী জগতৰ শীৰ্ষস্তৰ, জীৱন-প্ৰবাহৰ সৰ্বশ্ৰেষ্ঠ স্থিতি জীৱন ৰক্ষাৰ্থে সৃষ্ট সৰ্বোচ্চ জীৱন।

প্ৰাণীৰ ক্ৰমোন্নতি সম্বন্ধে ওপৰত কোৱা কথাখিনিত বৈজ্ঞানিক সত্য আছে বুলি আজিকালি সকলোৱে স্বীকাৰ কৰে। এতিয়া কথা হ'ল, প্ৰাণীৰ উন্নয়ন-পদ্ধতিত জীৱন-প্ৰবাহৰ কিবা উদ্দেশ্য আছে নেকি? এটা খাপৰপৰা আন এটা খাপলৈ যাওঁতে জীৱনে কিয় উন্নতৰ প্ৰাণী সৃষ্টি কৰিছে? আন কি উদ্দেশ্য আছে কোৱা টান। কিন্তু এটা উদ্দেশ্য আপোনা-আপুনি ফুটি ওলাইছে যে জীৱনে নিজকে পূৰ্ণতৰভাৱে প্ৰকাশ কৰিবলৈ চেষ্টা কৰিছে। আজি প্ৰাণী জগতৰ সৰ্বোচ্চ আসনত বহি মানৱে সহজে অনুমান কৰিব নোৱাৰে যে মানৱৰ মাজেদি জীৱনৰ যিখিনি প্ৰকাশ হৈছে (আৰু সেয়া পূৰ্ণ প্ৰকাশ নহয়) তাৰ কাৰণেই জীৱনে কিমান কোটি যুগৰ মাজেদি অবিৰাম চেষ্টা কৰি আহিছে। বৈজ্ঞানিকে, প্ৰাণীতত্ত্ববিদে এই চেষ্টাৰ বিচিত্ৰ কাহিনী শ শ পুথিত বৰ্ণাইও শেষ কৰিব পৰা নাই। কিন্তু ওপৰত বৰ্ণোৱা সংক্ষিপ্ত বিৱৰণৰ-পৰাই অলপ অনুমান কৰিব পাৰি,—প্ৰথম প্ৰটোজোৱাৰ মাজেদি জীৱন কিমানখিনি প্ৰকাশ পাইছিল, অথবা সৰ্পযুগত উৰণীয়া সৰ্পৰ মাজেদিয়েই বা কিমানখিনি প্ৰকাশ পাইছিল, নাইবা বান্দৰ-জাতীয় প্ৰাণীৰ মাজেদি কিমানখিনি প্ৰকাশ পাইছিল আৰু আজি মানৱৰ মাজেদি কিমানখিনি প্ৰকাশ পাইছে। অলপ লক্ষ্য কৰিলেই বুজিব পাৰি যে প্ৰটোজোৱাৰ সত্তাত জড়ৰ অংশই বেছি আছিল, কিন্তু তাৰ পিছত প্ৰতি স্তৰতে অ-জড় চেতনা শক্তিয়ে প্ৰাধান্য লাভ কৰিবলৈ ধৰিলে। ইয়াৰপৰা অনুমান কৰিব পাৰি যে অ-জড় জীৱনে প্ৰাণীকো অ-জড় অস্তিত্বৰ ফালে ক্ৰমাৎ আগুৱাই নিব ধৰিছে।

কিন্তু এই ক্ৰমোন্নতিৰ কথাখিনি শুনোতে যেনে সহজ যেন লাগে, প্ৰকৃততে

ই তিমান সহজ নহয়। ক্রম-বিকাশৰ বাটটো অকল দীঘলীয়াই নহয়, এই বাট আছিল কঠিন আৰু দুৰ্গম। প্ৰথম প্ৰাণীৰ আৱম্ভণিৰপৰা আজিলৈকে জীৱনে জড়প্ৰকৃতিৰ মাজেদি কিমান যে পৰীক্ষা চলাইছে, কিমানবাৰ অকৃতকাৰ্যও হৈছে, কিমানবাৰ এটা বাট এৰি আন এটা বাট লৈছে, তাৰ লেখ-জোখ নাই। এসময়ত উৰণীয়া সৰ্পৰ মাজেদি নিজক প্ৰকাশ কৰাৰ চেষ্টা কৰি পিছত সেই চেষ্টা এৰি দিছে, আৰু সেই প্ৰাণী পৃথিৱীৰ বুকুৰপৰা চিৰকাললৈ অন্তৰ্হিত হৈছে। আন এক সময়ত ডাইনোছাৰক লৈ পৰীক্ষা কৰি, পিছত হতাশ হৈ, সেই বাটো এৰি দিছে আৰু তাৰ ফলত আজি সেই প্ৰাণী বিলুপ্ত হৈছে আৰু তাৰ হাড়বোৰহে পৃথিৱীৰ দ মাটিৰ তলত পোৱা গৈছে। এইদৰে অবিৰাম গতিত জীৱনে জড়-জগতত পৰীক্ষা কৰিছে, অনেক ক্ষেত্ৰত প্ৰবল বাধাৰ সন্মুখীন হৈছে, মাজে মাজে অকৃতকাৰ্যও হৈছে, অলেখবাৰ জড়ক নতুন ৰূপ দিছে আৰু মাজে মাজে হঠাতে এটা থাপৰপৰা আন এটা থাপলৈ জাপ মাৰি উধাই গৈছে।

কোনো কোনো ফালৰপৰা কোৱা শুনা যায় যে ডাইনোছাৰ, উৰণীয়া সৰ্প আদি প্ৰাণীবোৰ বিলুপ্ত হ'ল প্ৰাকৃতিক পাৰিপাৰ্শ্বিক অৱস্থাৰ লগত খাপ খুৱাই চলিব নোৱাৰা বাবে, প্ৰকৃতিৰ কোনো উদ্দেশ্য সিদ্ধি নোহোৱাৰ বাবে নহয়। কিন্তু এই তথ্য বৰ সঁচা যেন নালাগে। মানুহৰ গাতেই এই কথা নাখাটে। মানুহৰ শৰীৰ এনেকুৱা যে, ই জাৰত তিষ্ঠিব নোৱাৰে, গৰমত তিষ্ঠিব নোৱাৰে। জাৰৰপৰা ৰক্ষা পাবলৈ নিজৰ গাত ৰক্ষাঙ্গ নাই, অন্য জন্তুৰ নোমেৰে তৈয়াৰী উলৰ কাপোৰ পিন্ধিব লাগে, গৰমৰপৰা ৰক্ষা পাবলৈ পানী আৰু বতাহ লাগে। মানুহ সহজতে ৰোগৰদ্বাৰা আক্ৰান্ত হয়। অন্য প্ৰাণীৰ দৰে ই মাছ, মাংস, তেজ কেঁচাই খাব নোৱাৰে। মানুহৰ শৰীৰৰ তুলনাত বাঘৰ শৰীৰে, সিংহৰ শৰীৰে, বান্দৰৰ শৰীৰে প্ৰাকৃতিক পাৰিপাৰ্শ্বিক অৱস্থাৰ লগত ভালকৈ খাপ খুৱাই চলিব পাৰে। কিন্তু এই প্ৰাণীবোৰ পৃথিৱীৰপৰা অন্তৰ্হিত হৈ যাব ধৰিছে, অথচ মানৱে, প্ৰাণী-জগতৰ সৰ্বোচ্চ স্থান অধিকাৰ কৰি ৰহিছে। গতিকে আচল সত্য এয়েহে যে জীৱনে নিজক ভালকৈ প্ৰকাশ কৰিবৰ বাবে জড়ক যিভাৱে ৰূপ দিবৰ আৱশ্যক হয় জীৱনে তাৰেহে চেষ্টা কৰে। জীৱন যিহেতু নিজেই অ-জড়, সেই হেতু নিজক প্ৰকাশ কৰিবলৈকে জীৱনে প্ৰাণীকো ক্ৰমান্বয়ে অ-জড়-প্ৰধান, চেতন-প্ৰধান সত্তাত পৰিণত কৰিব ধৰিছে। এই সত্তা প্ৰাকৃতিক পাৰিপাৰ্শ্বিক অৱস্থাৰ লগত যে সম্পূৰ্ণ খাপ খোৱা হব লাগিব এনে নহয়, পাৰিপাৰ্শ্বিক অৱস্থাত নিজক আত্ম ৰক্ষা কৰি চলিব পাৰিলেই যথেষ্ট। বাঘ আৰু সিংহই প্ৰাকৃতিক পাৰিপাৰ্শ্বিক অৱস্থাত বেছি ভালকৈ তিষ্ঠিব পাৰিলেও অ-জড়



জীৱনক পূৰ্ণতৰভাৱে প্ৰকাশ কৰিব নোৱাৰা হেতুকে, জীৱনে বাঘ আৰু সিংহৰ সৃষ্টিতে ক্ষান্ত নাথাকিল; আন পাকে, শৰীৰ দুৰ্বল হলেও মানৱৰ দৰে চৈতন্য-প্ৰধান প্ৰাণীৰ সৃষ্টি কৰা জীৱনৰ পক্ষে অপৰিহাৰ্য হৈ উঠিল, কিয়নো চৈতন্য প্ৰধান সত্তাইহে অ-জড় জীৱনক পূৰ্ণতৰভাৱে প্ৰকাশ কৰিব পাৰিব।

আগতে উনুকিওৱা হৈছে যে প্ৰাণী-সৃষ্টিৰ মাধ্যমেৰে পাৰ্থিব জীৱনে মাজে মাজে এটা খাপৰপৰা আন এটা খাপলৈ উধাই যায়। এই উন্নয়নৰ পন্থাও এক বিচিত্ৰ পন্থা। এই উন্নয়নৰ পন্থা হ'ল নতুন গুণ বা অঙ্গৰ সৃষ্টি কৰা। কোনো এটা বস্তুৰ গাত, আগতে থকা বস্তুৰপৰাই আগতে নথকা গুণ তৈয়াৰ কৰাকে নতুন গুণৰ সৃষ্টি কৰা বোলে। হাইড্ৰোজেন আৰু অক্সিজেনৰ সংযোগত পানী তৈয়াৰ হয়। পানী তৈয়াৰ হোৱাৰ লগে লগে তাৰ কিছুমান নিজা গুণৰ সৃষ্টি হয় যি গুণ আগতে হাইড্ৰোজেন আৰু অক্সিজেনৰ ভিতৰত নাছিল; যেনে পানীৰ আদ্ৰতা, ভিজোৱা গুণ, যি গুণৰ কাৰণে ইয়াক ভিজা ভিজা লাগে। এই ভিজোৱা গুণটো হাইড্ৰোজেন আৰু অক্সিজেনৰ ভিতৰত নাছিল, পানী তৈয়াৰ হোৱাৰ লগে লগে উৎপত্তি হ'ল। এই দৃষ্টান্তটো জড়জগতৰ। কিন্তু প্ৰাণী জগতত এনে দৃষ্টান্ত অলেখ। আনকি এই নতুন গুণ-সৃষ্টিৰদ্বাৰাইহে জীৱনে প্ৰাণীক এটা খাপৰপৰা আন এটা খাপলৈ উধাই নিয়ে। উদাহৰণ স্বৰূপে ধৰক, মানুহৰ জ্ঞান-শক্তি, যাৰদ্বাৰা মানুহে অঙ্ক কৰিব পাৰে, যাৰদ্বাৰা ইঞ্জিনিয়াৰে দলং বান্ধিব জানে। কোনোৱে কব পাৰে নে যে এই শক্তি পৃথিৱীৰ আদি প্ৰাণী প্ৰটোজোৱাৰ ভিতৰতে সোমাই আছিল আৰু ক্ৰমবিকাশৰ ফলত আজি সিয়েই আয়েনষ্টাইনৰ মগজুত পৰিণত হৈছিল? আদি-প্ৰাণীৰ ভিতৰত জ্ঞান বুদ্ধি বা চিন্তা-শক্তি নাছিল। এই শক্তি পিছত উৎপন্ন হৈছে, আগতে কোনো ভিত্তি নথকাকৈয়ে নতুনকৈ সৃষ্টি হৈছে। আন এটা উদাহৰণ, প্ৰাণীৰ দৃষ্টি-শক্তি। চকু বোলা জটিল অঙ্গটি প্ৰটোজোৱাৰ গাত সৃষ্টি হোৱা নাছিল, সেই দেখি প্ৰটোজোৱাৰ কোনো দৃষ্টি-শক্তি নাছিল। জীৱন-প্ৰবাহে ইয়াক পিছৰ যুগৰ প্ৰাণীৰ শৰীৰত নতুনকৈ সৃষ্টি কৰিছে। তেনেকৈ শ্ৰৱণ-শক্তিও নতুনকৈ সৃষ্টি হোৱা শক্তি। তেনেকৈ অসংখ্য নতুন অঙ্গ-প্ৰত্যঙ্গ জীৱন-প্ৰবাহত সৃষ্টি হৈছে। তেনেকুৱা নতুন শক্তি বা গুণ বা অঙ্গ-প্ৰত্যঙ্গ সৃষ্টিৰ লগে লগে প্ৰাণীয়ে এটা নতুন খাপলৈ উধায়। সেই দেখি কোৱা হয় যে নতুন গুণ সৃষ্টিয়েই প্ৰাণী উন্নয়নৰ বিচিত্ৰ পন্থা। এই পন্থাৰে জীৱনে প্ৰাণীক এটা খাপৰপৰা আন এটা খাপলৈ উন্নীত কৰে আৰু প্ৰতি খাপতে নিজকে আগতকৈ আৰু বেছি ভালকৈ প্ৰকাশ কৰে।

কিন্তু মন কৰিব লগীয়া কথা এয়ে যে নতুন গুণ সৃষ্টি কৰাৰ আগতে জীৱনে যথেষ্ট

কষ্ট কৰিব লগা হয়। বহু যুগৰ চেষ্টাৰ পিছত চৰায়ে উৰিব পৰা শক্তি লাভ কৰিছে। যুগ-যুগান্তৰ চেষ্টাৰ পিছত মানৱে ভৰি দুই ভৰিৰে খোজ কাঢ়িবলৈ শিকিছে। এই নতুন শক্তি বা গুণবোৰ সৃষ্টি কৰোঁতে জীৱনে বহুতো বাধা-বিঘিনি অতিক্ৰম কৰিব লগীয়া হৈছে। দৰাচলতে বাধা-বিঘিনিয়েই যত্ন-পৰিশ্ৰমৰ মূল উহ। জীৱনৰ এটা প্ৰমাণিত লক্ষণ এয়ে যে বাধা পালে ইয়াৰ শক্তি বৃদ্ধি হয়, যেনেকৈ ভেটা পালে পানীৰ সোঁতৰ বল বাঢ়ে। বাধা অতিক্ৰমণৰ বাবে জীৱনে সকলো শক্তিকে একত্ৰিত কৰে আৰু প্ৰবল চেষ্টাৰ ফলত নতুন শক্তি, নতুন গুণৰ সৃষ্টি হয়। ‘প্ৰাণীতত্ত্ববিদসকলে কয় যে বাধা অতিক্ৰমণৰ সংগ্ৰামেই জীৱনৰ ধৰ্ম। জীৱন-সংগ্ৰামেই প্ৰকৃত জীৱন। জীৱন-সংগ্ৰামৰ জৰিয়তেই জীৱনে নতুন গুৱলৈ উধায়। যি প্ৰাণীয়ে বাধা অতিক্ৰমণৰ বাবে সংগ্ৰামৰ আৱশ্যক অনুভৱ নকৰে, অথবা কোনো দিনে বাধা-বিঘিনিৰ সমুখত নপৰে, সেই প্ৰাণী জীৱন-প্ৰবাহৰ কামত নলগা প্ৰাণী, তেনে প্ৰাণীক জীৱন-প্ৰবাহে পিছফালে এৰি থৈ যায় আৰু সি কালত গৈ বিলুপ্ত হয়। মানৱৰ ব্যক্তিগত জীৱনতো ইয়াৰ যথেষ্ট প্ৰমাণ পোৱা যায়। যেনে, যি শ্ৰেণীৰ মানুহৰ জীৱনত পুৰুষানুক্ৰমে বাধা-বিঘিনি নাই, অথবা যি শ্ৰেণীৰ মানুহে বাধা-বিঘিনি এৰাই ফুৰে, সেই শ্ৰেণীৰ মানুহ ক্ৰমান্বয়ে তললৈ নামি যায়। সদায় সুখত উঠা বা সুখ বিচৰা অভিজাত্যাভিমানী সম্প্ৰদায়ৰ সতি-সন্ততিৰ উন্নতিৰ চেষ্টা ক্ৰমান্বয়ে কমি যায় আৰু তেওঁলোকে ওপৰৰ ফালে উধাব নোৱাৰা অৱস্থা পায়গৈ। কিন্তু যদি অভিজাত সম্প্ৰদায়ৰ সন্ততিয়ে, ভাত-কাপোৰৰ বাবে সংগ্ৰাম নকৰিলেও, অন্যান্য ক্ষেত্ৰত যত্ন-চেষ্টা চলাই থাকে, তেন্তে সেই সকলেও অধোগতিৰ কৱাল গ্ৰাসৰপৰা মুক্ত হৈ থাকে। সেই ক্ষেত্ৰবোৰ হব পাৰে, সুকুমাৰ কলা, সাহিত্য, ব্যৱসায়, বিজ্ঞান-চৰ্চা, আধ্যাত্মিক চৰ্চা, ভৌগোলিক আবিষ্কাৰ, মহাকাশ ভ্ৰমণ, সমাজ সেৱা, দেশ ৰক্ষা ইত্যাদি। দৰাচলতে আজিকালি গোটেই মানৱ জাতিয়েই প্ৰাগৈতিহাসিক যুগৰ প্ৰাকৃতিক বাধা বিঘিনিৰপৰা বহুগুণে মুক্ত হৈছে, সেই বাবে জড়-প্ৰকৃতিৰ ক্ষেত্ৰত কৰিব লগীয়া চেষ্টা-পৰিশ্ৰম বহুগুণে কমি গৈছে। তাৰ ফলত উন্নতিৰ গতি মন্থৰ হোৱাৰ সম্ভাৱনাও আছে। কিন্তু মানুহৰ কাৰণে, অ-জড় ক্ষেত্ৰত কৰিব লগীয়া যত্ন-পৰিশ্ৰমৰ পৰিমাণ এতিয়াও সীমাহীন অৱস্থাত আছে। এই ক্ষেত্ৰত কৰিব লগীয়া সংগ্ৰাম অনন্তকাললৈ চলিব পাৰে। সাহিত্য ক্ষেত্ৰত, বিজ্ঞান ক্ষেত্ৰত, সুকুমাৰ কলাৰ ক্ষেত্ৰত, শান্তি স্থাপনৰ ক্ষেত্ৰত, মানুহে নিজৰ যত্ন-পৰিশ্ৰম অধ্যৱসায়ক ব্যৱহাৰ কৰিছে। মানুহে মগজুৰ বুদ্ধি আৰু হৃদয়ৰ সাহসৰদ্বাৰা গ্ৰহ-উপগ্ৰহলৈ যাবলৈ ধৰিছে। সাধাৰণ জীৱন-নিৰ্বাহৰ ক্ষেত্ৰত নহলেও এইবোৰ অ-জড় ক্ষেত্ৰত মানুহে সংগ্ৰামৰ সমল বিচাৰি



পাইছে। যিমান দিনে লাহ-বিলাহত ভোল নগৈ মানুহে জীৱন-সংগ্ৰাম চলাই থাকে, তিমান দিনে জীৱন-প্ৰবাহত তাৰ নতুন নতুন বিকাশ হোৱাৰ সম্ভাৱনা আছে।

জীৱনে নিজক প্ৰাণীৰ জৰিয়তে পূৰ্ণ প্ৰকাশ কৰিবলৈকে ইমান সংগ্ৰাম কৰিব লগীয়া হ'ল কেলেই? একে কোবতে প্ৰটোজোৱাৰপৰা কিয় মানৱ বা অতিমানৱ সৃষ্টি নকৰিলে? তাৰ কাৰণ এই বুলি অনুমান কৰা হয় যে, অ-জড় জীৱনে জড়ৰ জৰিয়তে নিজক প্ৰকাশ কৰিবলৈ যাওঁতে, অথবা কোনো এক অজানিত অ-জড় লক্ষ্যৰ ফালে ধাউতি মেলোঁতে সমুখত জড়-জগতৰ দুৰ্ভেদ্য প্ৰাচীৰৰ বাধা পাই আছে, এই দুৰ্ভেদ্য প্ৰাচীৰ ভেদ নকৰিলে প্ৰাণীৰ অগোচৰৰ সেই লক্ষ্যত জীৱনে উপনীত হব নোৱাৰে। জড়ৰ প্ৰাচীৰ ভেদ কৰিব লাগিলে জীৱনে নিজেও জড়ৰ ভিতৰত সোমাব লাগিব। সোমাই জড়ক এনেদৰে ৰূপায়িত কৰি যাব লাগিব যে সেই অজানিত লক্ষ্যলৈ ধাউতি মেলোঁতে সি আৱশ্যকীয় সাহায্য পাই থাকিব।

কিন্তু জড়ৰ প্ৰাচীৰ প্ৰচণ্ড বাধা-বিঘিনিৰে গঢ়া প্ৰাচীৰ। জড়ে জীৱনক সহজতে আগ বাঢ়িবলৈ দিব নোখোজে। কিন্তু জীৱনৰ ধৰ্ম এই যে বাধা পালেই ইয়াৰ শক্তি তীব্ৰতৰ হৈ উঠে। আৰম্ভণিতে জীৱনে অতি সাধাৰণভাৱে জড়ৰ ভিতৰত সোমাইছিল, অতি সামান্য প্ৰটোজোৱাৰ ৰূপেৰে। কিন্তু এবাৰ জড়ৰ মাজত সোমাই লৈ জীৱনে যিমানে বাধা পাইছিল, তিমানে তীব্ৰতৰ চেষ্টাৰদ্বাৰা জড়ক ৰূপান্তৰিত কৰি গৈছিল। এই "বাধা আৰু সংগ্ৰাম" "বাধা আৰু সংগ্ৰাম"—এয়ে হ'ল জীৱন যাত্ৰাৰ মূল মন্ত্ৰ। বাধা অতিক্ৰমণৰ বাবে জীৱনে নতুন গুণ, নতুন অঙ্গ-প্ৰত্যঙ্গৰ সৃষ্টি কৰি থাকে আৰু লগে লগে একোটা নতুন থাপলৈ প্ৰাণীক উধাই লৈ যায়। এই দৰে জীৱনে ক্ৰমে ক্ৰমে অলেখ প্ৰাণীৰ সৃষ্টি কৰিলে আৰু তাৰদ্বাৰা নিজকে পূৰ্ণতৰভাৱে প্ৰকাশ কৰিবলৈ সুবিধা পালে।

প্ৰাণীয়ে বাধা অতিক্ৰমণৰ বাবে কৰা চেষ্টাৰ ফলত যি নতুন গুণ বা অভিজ্ঞতা বা নৈপুণ্য অৰ্জন কৰে, বহু কালৰ পিছত সেইবোৰ প্ৰাণীৰ শৰীৰৰ বা মনৰ অবিচ্ছেদ্য অঙ্গ হৈ পৰে আৰু পিছত পুৰুষানুক্ৰমে সতি-সন্ততিৰ শৰীৰলৈ বা মনলৈ উত্তৰাধিকাৰ সূত্ৰে গৈ থাকে। বহু যুগৰ আগত মানুহে হেনো চুলি আৰু নখ অশেষ চেষ্টা, যত্ন আৰু অভ্যাসৰদ্বাৰাইহে গজাব পাৰিছিল। যুগ-যুগান্তৰ ধৰি কৰা এই অভ্যাস কালত গৈ স্বভাৱত পৰিণত হ'ল, সেই দেখি এতিয়া চেষ্টা-অভ্যাস নকৰাকৈয়ে মানুহৰ নখ আৰু চুলি গজে। সেই দৰে হেনো তেজৰ চলাচলো প্ৰাণীয়ে আদিম অৱস্থাত যথেষ্ট চেষ্টাৰদ্বাৰাহে কৰাব পাৰিছিল, কিন্তু এতিয়া সি স্বতঃ আৰু অনিচ্ছা সম্ভূত। আজিৰ দিনত বাইচাইকেলত উঠিবলৈকে আমি চেষ্টা আৰু অভ্যাস কৰিব

লাগে। বহু যুগৰ পিছত আমাৰ সতি-সন্ততিয়ে হয়তো, খোজ কাঢ়িব শিকাৰ লগে লগেই বাইচাইকেলতো উঠিব পাৰিব। দহক দহেৰে পূৰণ কৰিলে যে এশ হয়। এই কথাটি উপলব্ধি কৰিবলৈ হেনো তাহানি কালত অজস্ৰ সময় নষ্ট হৈছিল। কিন্তু আজিৰ দিনত সৰু ল'ৰা-ছোৱালীয়ে অলপ সময়ৰ ভিতৰতে গোটেইখন পূৰণ নেওতা শিকি পেলায়। ই হেনো আমাৰ পূৰ্বপুৰুষসকলে কৰা অবিৰাম চেষ্টা আৰু অভ্যাসৰ পৰিণাম হিচাপে আমাৰ মনত স্বাভাৱিক আৰু সহজ হৈ পৰিছে। প্ৰাণীবিজ্ঞানত এনেকুৱা উদাহৰণ অলেখ। এইবোৰ উদাহৰণবপৰা এয়ে প্ৰমাণিত হয় যে বাধা অতিক্ৰম কৰি প্ৰাণীয়ে এক যুগত যি নতুন গুণ বা অভিজ্ঞতা অৰ্জন কৰে, পিছৰ যুগত সি প্ৰাণীৰ শৰীৰ বা মনৰ অবিচ্ছেদ্য অঙ্গ হৈ পৰে, তাৰ কাৰণে প্ৰাণীয়ে পুনঃ পুনঃ গুৰিৰেপৰা চেষ্টা অভ্যাস কৰিবৰ আৱশ্যক নহয়। পূৰ্বপুৰুষৰ চেষ্টালব্ধ অভিজ্ঞতা পিছৰ কালৰ সতি-সন্ততিৰ স্বভাৱসিদ্ধ সম্পত্তি। ইয়াৰ ফলত প্ৰাণীয়ে নতুন বাধাৰ বিৰুদ্ধে যুঁজিবলৈ যথেষ্ট সময় পায় আৰু সেই যুঁজৰদ্বাৰা আকৌ নতুন অভিজ্ঞতা বা গুণ লাভ কৰে। এই দৰে খোপে খোপে প্ৰাণীয়ে ওপৰলৈ উধাই থাকে। এয়ে জীৱনৰ কাৰ্যপন্থা। এই বিচিত্ৰ পন্থাৰদ্বাৰাই জীৱনে প্ৰাণী-জগতৰ উন্নতিৰ জখলাত আগ বঢ়াই নিছে আৰু তাৰদ্বাৰা জীৱনে নিজকো পূৰ্ণতৰভাৱে প্ৰকাশ কৰি গৈ আছে। এই পন্থাৰদ্বাৰা ব্যক্তিগত প্ৰাণীতো উন্নত হৈছেই তাৰ লগতে কোনো এক শ্ৰেণীৰ প্ৰাণীৰ সকলোটি উন্নত হৈছে। তাৰ উপৰিও জীৱন-প্ৰবাহে নিজেই আগতকৈ ওপৰ খাপলৈ উঠিছে বা মানুহে নজনা নিজ-লক্ষ্যৰ ফালে আগবাঢ়ি গৈছে। এটা জড়-জগতৰ উদাহৰণেৰে এই পন্থা কিছু পৰিমাণে উপলব্ধি কৰিব পাৰি। ব্ৰহ্মপুত্ৰ নদীৰ অসংখ্য সুঁতি-প্ৰসুঁতি ফাটি গৈছে। সেইবোৰ কিছু দূৰ গৈ পুনঃ ব্ৰহ্মপুত্ৰতেই মিলিছেহি ; যেনে কলং নৈ, লোহিত-সুঁতি, খেৰসুঁতি ইত্যাদি। সেই সুঁতিবোৰে সাৰুৱা আৰু ৰাসায়নিক বস্তু থকা মাটিৰ মাজেদি বৈ গৈছে। যাওঁতে কোনো কোনো ঠাইত বাধা পাই, নিজৰ সোঁত তীব্ৰতৰ কৰি পাৰ ভাঙিছে আৰু নতুনকৈ সাৰযুক্ত ৰাসায়নিক পদাৰ্থ নিজৰ পানীত মিহলাই লৈছে। এই সুঁতিবোৰৰ পানী পিছত গৈ পুনঃ ব্ৰহ্মপুত্ৰত পৰিছে। তেতিয়া ব্ৰহ্মপুত্ৰৰ নিজৰ পানীও আগতকৈ বেছি সাৰুৱা হৈছে। ব্ৰহ্মপুত্ৰই লোহিত সুঁতিৰপৰা পোৱা সাৰ নিজৰ গাত মিহলাই, কলঙৰ মাজেদি সেই সাৰযুক্ত পানী পঠিয়াই দিছে। কলঙে সেই পানী পাই নিজে উন্নত হৈছে, লগতে কলঙেও পাৰ ভাঙি নতুন সাৰ যোগাৰ কৰি নিজৰ পানী আৰু উৎকৃষ্টতৰ কৰিছে। যেতিয়া কলঙে গৈ ব্ৰহ্মপুত্ৰত নিজৰ পানী ঢালি দিব, তেতিয়া ব্ৰহ্মপুত্ৰৰ পানী আগতকৈ উৎকৃষ্টতৰ হব। এই দৰে যিমানে ভটিয়াই যাব, ব্ৰহ্মপুত্ৰই -



সুঁতিবোৰ উৎকৃষ্ট কৰিব আৰু নিজেও উৎকৃষ্টতৰ হব। জীৱন-প্ৰবাহ ব্ৰহ্মপুত্ৰৰ পানীৰ দৰে, সুঁতিবোৰ প্ৰাণী-জগতৰ দৰে। সুঁতিয়ে বাধা পাই পাৰ ভাঙে আৰু সাৰুৱা মাটি নিজৰ পানীত মিহলায়, প্ৰাণীয়ে বাধা পাই যত্ন-পৰিশ্ৰম কৰে আৰু নতুন গুণৰ সৃষ্টি কৰে। জীৱনৰ সোঁতে এযুগৰ উপাৰ্জিত অভিজ্ঞতা আৰু নৈপুণ্যক পিছৰ যুগৰ প্ৰাণীজগতক দিয়ে। তাৰদ্বাৰা বলীয়ান হৈ প্ৰাণীজগতে নতুন বাধা অতিক্ৰমণৰ বাবে নতুন দুখ, কষ্ট, যত্ন, পৰিশ্ৰম, যুঁজ-বাগৰ কৰে আৰু নতুন গুণ, নতুন অভিজ্ঞতা অৰ্জন কৰে। ইয়াৰদ্বাৰা জীৱন-প্ৰবাহ নিজেও আগতকৈ উৎকৃষ্টতৰ হয়।

এই দৰে জীৱনৰ সোঁতে প্ৰাণীক উধাই নিয়ে আৰু নিজেও পূৰ্ণতৰভাৱে বিকশিত হয়। এই পটভূমিত গাইগুটীয়া মানুহৰ দুখ-দুৰ্গতিৰ আৰু যত্ন-পৰিশ্ৰমৰ এটা মহান মূল্য আছে। তেনে যত্ন পৰিশ্ৰমে গোটেই মানৱ জাতিৰ উন্নতিতে সহায় কৰে। অকল সেয়ে নহয়, গোটেই জীৱনৰ সোঁতেও তাৰদ্বাৰা লাভৱান হয়। এই দিশৰপৰা চালে, বাঁৰী-বিধৱাৰ আজীৱন জীৱন-সংগ্ৰাম, পিতৃ-মাতৃহীন সন্তানৰ নিজৰ ভৰিত থিয় হবৰ চেষ্টা, চৰিত্ৰৱান পুৰুষৰ নানা প্ৰলোভনৰ মাজতো নৈতিক পথত ঐকান্তিক নিষ্ঠা, মানৱ জাতিৰ কল্যাণৰ অৰ্থে ব্যক্তিৰ আত্মত্যাগ, এইবোৰ দৈনন্দিন ঘটনা সকলোৰে চকুত পৰা বিধৰ নহলেও, এইবোৰেই জীৱনৰ সোঁত চহকী আৰু সাৰুৱা কৰি তোলে।

জীৱনৰ সোঁতৰ এই বিচিত্ৰ পন্থাৰ শেষ সীমা ক'ত ? ইয়াৰ চৰম লক্ষ্যস্থলেই বা কি ? এই প্ৰশ্নৰ সহজ উত্তৰ মানুহে বিচাৰি পোৱা নাই। কোনো কোনোৱে ভাবে যে মানৱ জাতি অতি-মানৱলৈ উন্নীত হোৱাটো একো আচৰিত কথা নহব। অৰ্ধ মানৱৰপৰা যদি মানৱৰ আবিৰ্ভাৱ হৈছে, মানৱৰপৰা অতি-মানৱ হোৱাটো অসম্ভৱ কিয় ? আন পাকে এইটোও অসম্ভৱ নহয় যে যদি মানৱ জাতিয়ে বাধা আৰু সংগ্ৰামত কেতিয়াবা পৰাজিত হয় আৰু জীৱনৰ পূৰ্ণ বিকাশত সহায় নকৰে, তেনেহলে উৰণীয়া সৰ্প আৰু ডাইনোছাৰৰ দৰে ইও পৃথিৱীৰপৰা বিলুপ্ত হব। কিয়নো জীৱনে বিচাৰে জড়ৰ প্ৰাচীৰ ভেদ কৰিবলৈ আৰু তাকে কৰাত যি বাধা পায় তাক অতিক্ৰম কৰিবলৈ, সেই বাধা অতিক্ৰমণাৰ্থে প্ৰাণীৰ জৰিয়তে সংগ্ৰাম চলাবলৈ। এতিয়ালৈকে সেই সংগ্ৰামত জীৱনে সদায় জয়ী হৈ আহিছে। কিন্তু কেতিয়াবা কেতিয়াবা আকৌ খন্তেকৰ বাবে অকৃতকাৰ্যও হৈছিল, যেনে কোনো যুগত কিছুমান প্ৰাণীয়ে চেষ্টা-যত্ন পৰিশ্ৰম এৰি দি বাধা-বিঘিনিক এৰাই ফুৰিছিল, সমুখা-সমুখি সংগ্ৰাম নকৰিছিল। তেনে প্ৰাণীক জীৱনে জীৱনৰ সোঁতৰপৰা বাহিৰ কৰি দিছিল আৰু তাৰ ফলত তেনে প্ৰাণী চিৰকাললৈ বিলুপ্ত হৈছে। মানৱ জাতিয়ে যে কেতিয়াবা একে পথৰ পথিক নহব, তাকেই বা কোনে কব পাৰে ?

# মনৰ কথা

মানুহৰ মনটোৱে সদায় ভাবি থাকে, অবিৰাম ভাবি থাকে। কি যে ভাবি থাকে তাৰ আদি অন্ত নাই। এতিয়াই আকাশ, এতিয়াই পাতাল। এতিয়াই অতীতত একেবাৰে সৃষ্টিৰ পাতনিত আৰু এতিয়াই সুদূৰ ভৱিষ্যতৰ সুমেৰুৰ সিপাৰে। যেতিয়া আমি কোনো এটা চিন্তাত বা কামত ব্যস্ত নাথাকোঁ, তেতিয়া ই আকাশত ভাহি ফুৰা ডাৱৰৰ দৰে যেনি তেনি ভাহি ফুৰে। নিশা শুৱৰ সময়ত, টোপনিৰ মাজত আৰু জিৰণি লোৱা সময়ত মনটোৱে যে অ'লৈ ত'লৈ ক'লৈ যায় তাৰ ইয়ত্তা নাই। দিনৰ বেলিকা কেতিয়াবা চকুৰ আগতে থকা বস্তুবোৰ আমি নেদেখোঁ, অথবা কাণৰ ওচৰতে কোৱা কথাবোৰ নুশুনো, অথবা কিতাপখন চকুৰ আগতে ৰাখি বা পঢ়িও কিতাপত কি লিখিছে কব নোৱাৰোঁ। সেই সময়ত মনটোৱে কোনোবা এখন বেলেগ ৰাজ্যত ঘূৰি ফুৰে। তেনে অৱস্থাত আমি দিঠকতে সপোন দেখোঁ। মহাসমুদ্ৰত গুৰিয়াল শুই থকা নাৱৰ দৰে মনটোৱে তেতিয়া ঢৌৰ লগতে, বতাহৰ লগতে ইফালে সিফালে গৈ থাকে।

কিন্তু মনটোৱে সদায় এই দৰে ভাহি ফুৰা অৱস্থাতে থাকে নে? নাথাকে। মহাসমুদ্ৰত ভাহি ফুৰা নাৱৰ গুৰিয়ালে সাৰ পালে ব'ঠা ধৰি নিজৰ লক্ষ্যস্থল অভিমুখে নাও মাৰে। সেই দৰে মানুহৰ মনৰ ভিতৰৰো কিবা এটা শক্তিয়ে মনটোক সদায় য'তে-ত'তে ভাহি ফুৰিবলৈ নিদিয়ে আৰু কোনো এটা লক্ষ্যস্থলনৈ পোনাই ঘূৰাই লৈ আহে। এই শক্তিয়ে মানুহৰ দৈনন্দিন কৰ্মত মনটোক খটুৱায়। এই শক্তিৰ বলতে মানুহে শৃঙ্খলাবদ্ধভাৱে চিন্তা কৰিব পাৰে। ইয়েই মানুহৰ নিৰ্দিষ্ট লক্ষ্যত উপনীত হবলৈ উপায় উদ্ভাৱন কৰায়। বাটত বাধা পালে ইয়েই মানুহক মনোবল যোগায়। এই শক্তিক ইচ্ছা শক্তি বোলে।

ওপৰৰ কথাখিনি অলপ গমি চালেই ধৰিব পাৰি যে মানুহৰ মনৰ ভিতৰত অন্ততঃ দুটা বিভিন্ন শক্তি আছে। এটা শক্তিৰ প্ৰভাৱত মনটোৱে যিফালে সিফালে খোলাভাৱে ঘূৰি ফুৰিব খোজে, আনটো শক্তিৰ প্ৰভাৱত মনটোৱে নিয়ন্ত্ৰিতভাৱে



চলিবলৈ বাধ্য হয়। প্ৰথম শক্তিটো প্ৰবৃত্তিবোৰেৰে গঠিত; পিছৰ শক্তিটো প্ৰবৃত্তিক শাসন কৰোঁতা ইচ্ছা-শক্তি।

ফ্ৰয়েড তেওঁৰ অনুসৰণকাৰী মনোবিশ্লেষকসকলে কয় যে মানুহৰ মনটো দু-খলপীয়া। ই দুটা স্তৰত বিভক্ত। প্ৰথম খলপত, মনে বাহিৰৰ সংসাৰৰ লগত যোগাযোগ ৰাখে। এই খলপটিক সচেতন স্তৰ বোলা হয়। আন খলপটি মানুহৰ সাধাৰণ চেতনাৰ বহিৰ্ভূত। ইয়াক অৱচেতন স্তৰ বোলা হয়। এই অৱচেতন স্তৰত মানুহৰ প্ৰবৃত্তিবিলাক লুকাই থাকে। কাম, ক্ৰোধ, লোভ, মোহ, হিংসা, দ্বেষ আদি প্ৰবৃত্তিবিলাক এই খলপতে বাস কৰে। এই প্ৰবৃত্তিবোৰৰ ভিতৰত কাম প্ৰবৃত্তিয়েই ফ্ৰয়েডৰ মতে মৌলিক প্ৰবৃত্তি। কামে বাধা পালেই ক্ৰোধ হয়। কামৰপৰাই হিংসা আৰু দ্বেষৰো উদ্ভৱ হয়।

প্ৰবৃত্তিবোৰে সকলো সময়তে সচেতন স্তৰলৈ ওলাই আহিব নোৱাৰে। অৱশ্যে ইহঁতে বাহিৰলৈ ওলাই আহিবলৈ সদায় চেষ্টা কৰি থাকে। কিয়নো বাহিৰত আহি ইহঁতে সম্ভোগ্য বস্তু ভোগ কৰি পৰিতৃপ্তি লাভ কৰিব পাৰে। কিন্তু অৱচেতন স্তৰতে আন এটা শক্তি আছে যি ইহঁতক শাসন কৰি থাকে। এই শক্তি সচেতন স্তৰৰ ইচ্ছাশক্তি নহয়, ই অৱচেতন স্তৰৰে শক্তি, তাতে থাকিয়েই ই প্ৰবৃত্তিবোৰক পহৰা দি থাকে। এই শক্তিক "অধি-মন" বুলিব পাৰি। এই অধি-মনে প্ৰবৃত্তিবোৰ ওলাই আহিব খুজিলে সাধাৰণতে বাধা দিয়ে। কিন্তু কোনো কোনো সময়ত যেতিয়া ই দেখে যে ওলাই আহি ইহঁতে কোনো অশুভ কাম কৰিব নোৱাৰে, তেতিয়া ই ইহঁতক বাধা নিদিয়ে। কেতিয়াবা কেতিয়াবা ইহঁতে ছদ্মবেশ কৰি নিজৰ চেহেৰাটো বাহিৰত চিনিব নোৱাৰা অৱস্থালৈ ৰূপান্তৰিত কৰে, তেতিয়াও অধি-মনে ইহঁতক সিমান হকা-বধা নকৰে। বাধ্য-বাধকতা বৰ অসহ্য হলে কেতিয়াবা কোনো কোনো প্ৰবৃত্তিয়ে অধি-মনক উপেক্ষা কৰিয়েই বাহিৰলৈ ওলাই আহে।

মনৰ স্থূল চিত্ৰখন এটা সাধাৰণ উদাহৰণেৰে এইদৰে আঁকিব পাৰি। মনটো যেনিবা এটা দুমহলীয়া ঘৰ। ওপৰ-মহলাত যেনিবা এটা সম্ভ্ৰান্ত, মাৰ্জিত ৰুচিৰ পৰিয়াল বাস কৰে আৰু তলৰ মহলাত এটা দুৰ্দান্ত প্ৰকৃতিৰ পৰিয়াল থাকে। ওপৰলৈ যোৱা জখলাৰ কাষতে এজন চন্তৰী থাকে। এই চন্তৰীয়ে তলৰ মহলাৰ কোনোবাই ওপৰলৈ যাব খুজিলে তাক বাধা দিয়ে। কিন্তু যদি কোনোজনে নিজৰ ৰূপ আৰু সাজপাৰবোৰ এনে দৰে সলনি কৰে যে তাৰ চেহেৰা, কথা-বতৰা আৰু চলন-ফুৰণ ওপৰত থকা সম্ভ্ৰান্ত পৰিয়ালটিৰ কৃষ্টি আৰু সামাজিক ৰুচিৰ লগত খাপ খায়, তেন্তে চন্তৰীয়ে তাক ওপৰ-মহলালৈ যোৱাত সিমান হকা-বধা নকৰে। ইংৰাজ ঔপন্যাসিক

ষ্টিভেনছনৰ ডাক্তৰ জেকীল আৰু মিষ্টাৰ হাইডৰ গল্পত, কুপ্ৰবৃত্তিৰদ্বাৰা বশীভূত হলে মিঃ হাইড্ কুৎচিত ৰূপত ৰূপান্তৰিত হয়, কিন্তু সভ্য সমাজৰ মাজত চলিবৰ সময়ত তেওঁ সুশোভন ডাক্তৰ জেকীলৰ ৰূপত পৰিণত হয়। মানুহৰ মনৰো ওপৰ থলপত অৰ্থাৎ সচেতন স্তৰত, সমাজৰ কৃষ্টি, ৰীতি-নীতি, সংস্কৃতি আদি থাকে, তলৰ থলপত প্ৰবৃত্তিবোৰ থাকে আৰু অধি মনে প্ৰবৃত্তিবোৰৰ ওপৰত পহৰা দি থাকে। মানুহৰ মনৰ প্ৰবৃত্তিবোৰে সভ্য সাজ-পাৰত ওলাই আহিব খুজিলে অধি-মনে তিমানকৈ বাধা নিদিয়ে। যেনে, মানুহৰ মনৰ ভিতৰত থকা কাজিয়া কৰা প্ৰবৃত্তি যদি তৰ্ক-যুদ্ধৰ ৰূপত ওলাই আহিব খোজে, অধি-মনে তাত সন্মতিহে দিয়ে। কাজিয়াৰ প্ৰবৃত্তিয়ে তৰ্কযুদ্ধ কৰি উঠি সন্তুষ্ট হৈ শান্তিৰে অৱচেতন স্তৰত সোমায়গৈ। সেই দৰে হেনো পৰৰ দোষ খোঁচৰা প্ৰবৃত্তিয়ে চোৰাংচোৱাৰ সাজত ওলাই আহিব খুজিলে অধি-মনে তাতো সন্মতি জ্ঞাপন কৰে। প্ৰবৃত্তিৰ এনে ধৰণৰ ৰূপান্তৰ পদ্ধতিক ইংৰাজীত 'ছাব্লিমেছন' বোলা হয়। 'ছাব্লিমেছন' বা মহতীকৰণ পদ্ধতিৰদ্বাৰা হেনো ৰবকৈ কাজিয়া প্ৰবৃত্তি থকা মানুহ অনেক সময়ত সুনিপুণ তৰ্কবিদ পণ্ডিত হয় আৰু ৰবকৈ দোষ খোঁচৰা প্ৰবৃত্তি থকা মানুহ হেনো সুদক্ষ ডিটেক্টিভ হয়।

আমি আগতে উনুকিয়াইছোঁ যে অধি-মনে অৱচেতন স্তৰতহে কাম কৰি থাকে। গতিকে ইয়াৰ কাম-কাজবোৰ আমাৰ সচেতন স্তৰৰ চিন্তা বা অনুভূতিৰে ঢুকি নাপাওঁ। অৱচেতন স্তৰতে ই প্ৰবৃত্তিক শাসন কৰি সাধাৰণ মানুহৰ পক্ষে সভ্য জগতত কাম কৰা সম্ভৱপৰ কৰি ৰাখিছে। কিন্তু কেতিয়াবা কেতিয়াবা ইয়াৰ শাসন অপৰিমিতভাৱে কঢ়া হয়। অতিৰিক্ত দমন কাৰ্যৰ ফলত তেতিয়া মানুহৰ মনটোত উৎসাহ-উদ্‌গনি নোহোৱা হৈ পৰে। আনপাকে দমন কাৰ্য অসহ্য হলে প্ৰবৃত্তিয়ে কেতিয়াবা অধি-মনৰ শাসনকে উপেক্ষা কৰি বাহিৰলৈ ওলাই আহে। নদীৰ পানীক ভেটা দি ৰাখিলে ভেটাৰ কাষত এটা হ্ৰদ তৈয়াৰ হয়। হ্ৰদৰ পানীৰ হেঁচাত কেতিয়াবা ভেটাও ভাঙি যায়। এই কথা প্ৰবৃত্তিবোৰৰ বেলিকাও খাটে। একো একোজন অতি শান্ত প্ৰকৃতিৰ মানুহ হঠাৎ কেতিয়াবা অদম্য ক্ৰোধত কঁপিব ধৰে— সেইটো ক্ৰোধ প্ৰবৃত্তিয়ে অধি-মনৰ শাসন উপেক্ষা কৰি বাহিৰলৈ ওলাই অহাৰ উদাহৰণ। কোনো কোনো মানুহে নিজৰ সাজ-পাৰ পিন্ধিবৰ সময়ত অলপ দিগদাৰি পালেই ( যেনে, বুটাম এটা ছিঙা দেখিলে, জোতাৰ ফিটা চুটি হলে, নাইবা কাটকেশন ড্ৰেছিং টেবিলত নাপালে ) খঙতে জ্বলি-পকি ঘৰৰ কাপ-প্লেটবোৰ ভাঙিব ধৰে। কোনো কোনোৱে বেলত অন্য মানুহে বাতৰি কাকত পঢ়া দেখিলে খং কৰে। আন কিছুমানে অন্য মানুহৰ লিখাত বানান অশুদ্ধ দেখিলে খঙত জঁপিয়াই উঠে। এনেকুৱা



খং-ৰাগৰ বাহিৰত দেখা কাৰণবোৰ অতি সামান্য আৰু সৰ্বসাধাৰণ মানুহে তেনে ক্ৰোধ দেখিলে আচৰিতো হয়। কিন্তু ইয়াৰ ভিতৰুৱা কাৰণবোৰ অধি-মনৰ কঠোৰ দমন কাৰ্যৰপৰা উদ্ভুত। কেতিয়াবা কেতিয়াবা প্ৰবৃত্তিবোৰে অধি-মনৰ শাসন উলংঘা কৰি ওলাই আহি বৰ মাৰাত্মক ঘটনাও কৰে। যেনে অতি সৎ মানুহ বুলি জনাজাত মানুহেও হঠাৎ লোভ লাগি চুৰি কৰে। কেতিয়াবা কেতিয়াবা দ্বেষৰ বশৱৰ্তী হৈ কোনো কোনোৱে আনৰ ঘৰত জুই লগাই দিয়ে। "বিচাৰক" নামৰ এখন সুবিখ্যাত বঙালী উপন্যাসত দেখুৱা হৈছে যে উচ্চপদস্থ বিচাৰক এগৰাকীয়ে নিজৰ ঘৰত জুই লাগোঁতে ঘৈণীয়েকৰ সৈতে ওলাই অহাৰ সময়ত হঠাতে তেওঁক জুইৰ মাজতে এৰি থৈ আহিছিল। তেওঁৰ অন্য এগৰাকী মহিলাৰ লগত গোপন প্ৰেমৰ বুৰঞ্জী আছিল। নিজৰ ঘৈণীয়েকৰ হকা-বধাত, অন্তৰত বিদ্বেষ জমা হৈ আছিল আৰু সেই বিদ্বেষেই শেষত হঠাতে ওলাই আহি নিজ ঘৈণীয়েকৰ মৃত্যু ঘটালে।

মনোবিশ্লেষকসকলৰ মতে প্ৰবৃত্তিবোৰ জন্মৰ লগতে মানুহৰ মনলৈ আহে, কিন্তু অধি-মন গঢ়ি উঠে জন্মৰ অলপ পিছতহে। মাক-দেউতাকৰ হকা-বধা, বয়সীয়া মানুহৰ আদেশ-উপদেশ আৰু সমাজৰ ৰীতি-নীতি, দস্তুৰ-দেশাচাৰে অধি-মনৰ সৃষ্টি কৰে। "হা, হা, এইটো নকৰিবা, সেইটো বেয়া কথা"—ইত্যাদি হকা-বধাবোৰ অলপ অচৰপ জ্ঞান হোৱা বয়সৰপৰাই সৰু ল'ৰাই মাক-বাপেকৰ মুখত শুনি থাকে। অলপ ডাঙৰ হোৱাত "মানুহে এইটো বেয়া বুলিব, সমাজে এইটো দোষণীয় বুলি ভাবে" এনেবোৰ কথাও সম্পৰ্কীয় আৰু ওচৰ-চুবুৰীয়া সকলোৰে মুখত শুনি থাকে। এই প্ৰকাৰে মাক-বাপেকৰ হকা-বধা আৰু সমাজৰ ৰীতি-নীতিৰ গভীৰ দাগবোৰ মনৰ অৱচেতন স্তৰত চিৰকাললৈ ৰৈ যায়। এইবোৰকে লৈ অধি-মন গঢ়ি উঠে আৰু এইবোৰকে জীৱনৰ মান বুলি ধৰি লৈ অৱচেতন স্তৰৰ প্ৰকৃতিবোৰক অধি-মনে শাসন কৰি থাকে।

পিছে অধি-মন নিজেই বৰ মাৰ্জিত সত্তা নহয়। সাধাৰণতে ই অপৈণত, অঁকৰা আৰু ল'ৰামতীয়া। ই সদায় অৱচেতন স্তৰতে কাম কৰি থকা হেতুকে বাহিৰৰ সংসাৰৰ সংস্পৰ্শত নাহে। তাৰ ফলত ই নিজকে মাৰ্জিত, নিমজ আৰু পৈণত কৰিবলৈ সুযোগ নাপায়। ইয়াৰ আকোঁৰগজালি স্বভাৱৰ হেতুকে বহুত মানুহৰ মনৰ ভিতৰত অবিৰাম প্ৰবৃত্তি-দমন কাৰ্য চলি থাকে। পৰিণামত প্ৰবৃত্তিবোৰে মনৰ সচেতনস্তৰত কোনো উৎসাহ যোগাব নোৱাৰে। তেনে মানুহ প্ৰায়েই নিৰানন্দ, নিৰুৎসাহ, অল্পভাষী আৰু অন্যমনস্ক হয়। মন মৰা বিধৰ বেমাৰ অধি-মনৰ অতিৰিক্ত দমন-

কাৰ্যৰপৰা উদ্ভূত হয়। ইয়াৰ দমন কাৰ্যৰ হেতুকেই পৃথিৱীৰ সকলো মানুহৰ গাতে কম-বেচি পৰিমাণে 'নিউৰোছিছ' বেমাৰ আছে বুলি মনোবিশ্লেষকসকলে মতামত দিয়ে। সেই দেখি এই শ্ৰেণীৰ পণ্ডিতে পৰামৰ্শ দিয়ে যে যিমান কম হকা-বধাৰ মাজেৰে ল'ৰা-ছোৱালীক তুলিব পাৰি তিমানে ভাল আৰু প্ৰবৃত্তিবোৰক যিমানে ওলাই আহিবৰ সুবিধা দিব পাৰি সিমানে মংগল। কাম-ক্ৰোধ, হিংসা-দ্বেষ মনৰ ভিতৰত দমাই ৰখা মানে মনৰ ভিতৰত পুহি ৰখা; বাহিৰলৈ ওলাই আহি অন্যৰ ওপৰত ক্ৰিয়া কৰিব নোৱাৰিলে ইহঁতে মানুহজনকে আক্ৰমণ কৰে। মনোবিশ্লেষকসকলে তেনেকুৱা বহুত উদাহৰণ উদ্ধৃত কৰে। এটা সৰু ল'ৰাই কিছুমান ডাঙৰ মানুহৰ চুলিত টানি আৰু মুখত আঁচুৰি বৰ আনন্দ উপভোগ কৰিছিল। দেউতাকে তেনে কৰিবলৈ হাক দিয়াত, ল'ৰাটিয়ে হঠাতে নিজৰ চুলিবোৰ টানিবলৈ ধৰিলে আৰু নিজৰ মুখখন আঁচুৰি ঘা কৰি পেলালে। আন এটা কেঁচুৱাক গাখীৰ খুৱাবৰ বাবে মাকে বাৰে বাৰে গিলাচটো তাৰ মুখত লগাই দিব চেষ্টা কৰিছিল কিন্তু সি বাৰে বাৰে মুখখন ঘূৰাই দিছিল। পিছে হঠাতে এবাৰ মাকৰ হাতৰপৰা গিলাচটো টানি আনি, একে ঢোকে গোটেইখিনি খাবলৈকে গলত ঢালি দিছিল। ফলত গলত গাঁঠি খাই অশেষ কষ্ট পাব লগীয়া হৈছিল। আন এটা ঘটনাত, এটা হাইস্কুলৰ ল'ৰাই আন এজন লগৰীয়া ল'ৰাৰ অত্যাচাৰ সহ্য কৰিব নোৱাৰি তাৰ ওপৰত অত্যন্ত বিৰক্ত হ'ল; কিন্তু তাক কিবা কবলৈ বা কৰিবলৈ তাৰ সাহস নহ'ল। তেতিয়া নিজে এখন চাইকেল লৈ টিলাৰ ওপৰত উঠিল আৰু চাইকেলখনত উঠি টিলাৰপৰা তলৰ ফালে যেনি তেনি চাইকেলখন চলাই দিলে আৰু পৰিণামত নিজৰ শৰীৰ ঘাইল হ'ল। এই প্ৰত্যেকটো উদাহৰণতে ল'ৰাটোৰ খং-প্ৰবৃত্তি বাহিৰলৈ ওলাই অহাত বাধা পাইছিল; তেতিয়া সেই প্ৰবৃত্তিয়ে নিজৰ লক্ষ্যত গৈ অৰ্থাৎ খং উঠা মানুহজনৰ ওপৰত ক্ৰিয়া কৰিব নোৱাৰি নিজৰ ওপৰতে ক্ৰিয়া কৰি নিজৰ ক্ষতি কৰিলে। ক্ৰিষ্টফাৰ মাৰ্লোৰ ডাঃ ফষ্টাছ নামৰ নাটকত ক্ৰোধ-প্ৰবৃত্তিয়ে কৈছিল, "মই গোটেই পৃথিৱীতে এই তৰোৱালখন লৈ ঘূৰি ফুৰোঁ; যেতিয়া অইনক নেপাওঁ, নিজৰ গাতে অস্ত্ৰ বহুৱাওঁ।" এই উক্তিয়ে ওপৰত বৰ্ণোৱা তথ্যকে সমৰ্থন কৰে।

প্ৰবৃত্তিবোৰে যেতিয়া অধি-মনৰ শাসন উলংঘা কৰি বাহিৰলৈ ওলাই আহিব খোজে, তেতিয়া মনোৰাজ্যত অন্তৰ্দ্বন্দ্বই দেখা দিয়ে। এই দ্বন্দ্বই বৃহৎ আকাৰ ধাৰণ কৰিলে মানুহৰ মন অজ্ঞাতভাৱে অশান্ত, অস্থিৰ, উদ্বেলিত আৰু বেদনাক্লিষ্ট হৈ উঠে। এনে অৱস্থাক 'নিউৰোটিক' অৱস্থা বোলে। অন্তৰ্দ্বন্দ্বৰ ফলত মানুহৰ জীৱন দুৰ্বিসহ হ'লহেঁতেন, যদিহে অধি-মনে মাজে মাজে প্ৰবৃত্তিবোৰক ওলাই আহিবৰ সুবিধা নিদিলেহেঁতেন। প্ৰায় সৰ্বদায়ে সপোনৰ মাজেদি প্ৰবৃত্তিবোৰে ওলাই আহি তুষ্টি-লাভ কৰে। মানুহ শুই থকাৰ সময়ত, অধি-মনে নিজৰ শাসন আৰু দমন-কাৰ্য ঢিলা কৰি দিয়ে। দিঠক-সপোন অৰ্থাৎ অন্যমনস্ক অৱস্থাতো, অৱচেতন স্তৰৰ অভিলাষবোৰ সচেতন স্তৰলৈ ওলাই আহি অলপ অচৰপ তৃপ্তি লাভ কৰে। আমাৰ কু-অভিলাষবোৰ প্ৰায়েই আচল-সপোন আৰু দিঠক-সপোনৰ মাজেদি পৰিতুষ্ট হোৱাৰ অভিজ্ঞতা আমাৰ সকলোৰে আছে। এই সপোনবোৰ আমাৰ ৰক্ষা-কৱচৰ দৰে কুসপোন দেখাৰ বাবে আমি লাজ কৰিব লগীয়া একো নাই। এই ৰক্ষা-কৱচৰ অবিহনে আমাৰ প্ৰবৃত্তিবোৰে অধি-মনক উলংঘা কৰি কেতিয়াবা ওলাই আহাটো স্বাভাৱিক কথা; কিন্তু তেনে ক্ষেত্ৰত ইয়াৰ পৰিণাম মাৰাত্মক হব পাৰে। 'বিচাৰক' উপন্যাসত বৰ্ণোৱা ঘটনাৰ দৰে ঘটনা বাস্তৱ ক্ষেত্ৰতো ঘটাটো একেবাৰে বিৰল নহয়।

এইখিনিলৈকে মনোবিশ্লেষকসকলৰ মতামতৰ বিৰুদ্ধে কোনেও আপত্তি নকৰে। কিন্তু এই মৌলিক কথাবোৰৰপৰা কিছুমান মনোবিশ্লেষকে এনে কেতবোৰ সিদ্ধান্ত কৰিছিল যে তাক নিৰ্বিবাদে মানি লোৱাটো সহজ নহয়।

প্ৰথমতে, মনোবিশ্লেষকসকলে কয় যে মানুহৰ সচেতন স্তৰটি অৱচেতন স্তৰৰ দ্বাৰাই নিয়ন্ত্ৰিত হৈ আছে। আমাৰ সচেতন স্তৰৰ সকলো কামেই হেনো অৱচেতন স্তৰৰ প্ৰতিবিম্ব। আমাৰ প্ৰবৃত্তিবোৰেই হেনো আমাৰ কৰ্মৰ মৌলিক শক্তি। এই প্ৰবৃত্তিবোৰক অধি-মনে বেলেগ বেলেগ ৰূপত সাজ পাৰ লৈ বাহিৰলৈ আহিব দিয়ে, যিবোৰ ক্ষেত্ৰত আহিব নিদিয়ে সেই কৰ্ম অৱচেতন স্তৰতে বন্ধ হয় আৰু যিবোৰ আহে সেইবোৰেই আমাক সংসাৰত চলাই লৈ ফুৰে। গতিকে অৱচেতন স্তৰতে ঠিক হৈ আছে কোনবোৰে কৰ্মত পৰিণত হব। অৱচেতন স্তৰত কিন্তু অধি-মনে কি কৰে-নকৰে আমি জানিবৰ উপায় নাই। গতিকে আমাৰ সচেতন স্তৰত আমি মুহূৰ্তে মুহূৰ্তে কৰা কৰ্মবোৰো, সেই মুহূৰ্তৰ আগলৈকে জানিবৰ আমাৰ উপায় নাই। আমাৰ সজ্ঞানে, সুস্থ শৰীৰে কৰা কামবোৰ অধি-মনে ভেশছন কৰি পঠিয়াই দিয়া প্ৰবৃত্তিবোৰৰহে কাম। আমি বিচাৰ বিবেচনাৰে যিবিলাক কাম কৰা বুলি ভাবোঁ, সিবোৰো অৱচেতন স্তৰৰ অভিলাষবোৰৰ মহতীকৰণৰ (ছাব্লিমেছন) বাহিৰে আন একো নহয়।

দ্বিতীয়তে, ধৰ্ম আৰু পৰম পিতা ভগৱানৰ ধাৰণা মনস্তাত্বিক মোহৰপৰা উদ্ভূত। সৰু ল'ৰাই আত্ম-ৰক্ষাৰ প্ৰবৃত্তিৰপৰাই বাপেকক তাৰ একমাত্ৰ ৰক্ষাকৰ্তা বুলি ভাবে আৰু প্ৰথমতে বাপেকক সৰ্বশক্তিমান বুলিও ধাৰণা কৰে। কিন্তু সি যেতিয়া ডাঙৰ হয় তেতিয়া সি দেখে যে বাপেক আচলতে সৰ্বশক্তিমান নহয়। তেতিয়া তাৰ

মনটোৱে বাপেকৰ অনুকৰণত অন্য কোনো শক্তিক বিচাৰি ফুৰে। সংসাৰৰ কোনো মানুহকে তাৰ মনৰ জোখেৰে শক্তিমন্ত যেন নেদেখে, অথচ তাৰ দুৰ্বল জীৱনত এজন ৰক্ষাকৰ্তাৰ নিতান্ত আৱশ্যক। এনে অৱস্থাত তাৰ মনে অজ্ঞাতে ভগৱানৰ এটা কাল্পনিক ধাৰণাৰ সৃষ্টি কৰে—সৃষ্টি কৰে পিতৃৰ অনুকৰণত। ভগৱানেই পৰমপিতা, ভগৱানেই সৰ্বশক্তিমান, একমাত্ৰ ভগৱানেহে তাক সকলো বিপদ-আপদৰপৰা ৰক্ষা কৰিব পাৰে, এনেকুৱা চিন্তাধাৰাৰপৰাই হেনো ভগৱানৰ প্ৰতি মানুহৰ ইমান ভক্তি। এই চিন্তাধাৰাক মনস্তাত্ত্বিকসকলে 'পিতৃ-ভাৱ' (ফাদাৰ কম্‌প্লেক্স) বুলি কয়। ভগৱান আচলতে থাকক বা নাথাকক, ভগৱান কি বা কেনে, তাক নজনাকৈয়ে মানুহে 'পিতৃ-ভাৱ'ৰ প্ৰভাৱত পৰি ভগৱানক পৰম-পিতা বুলি আখ্যা দিয়ে। এই ধৰণৰ মোহাচ্ছন্ন চিন্তাধাৰাৰ উৎপন্ন হয় মনৰ এটা বিশেষ পদ্ধতিৰদ্বাৰা। সেই পদ্ধতি হ'ল অধি-মনৰ প্ৰক্ষেপণ। অধি-মনে অৱচেতন ৰাজ্যত ৰাজত্ব কৰে আৰু পিতৃৰ দৰে প্ৰবৃত্তিবোৰক শাসন কৰে। এই অধি-মনে কেতিয়াবা কেতিয়াবা বাহিৰৰ সচেতন মনত প্ৰক্ষিপ্ত হয়। মানুহৰ দুৰ্বল মুহূৰ্তত অধি-মনে এক কাল্পনিক ৰক্ষাকৰ্তাৰ ভাও লৈ সচেতন মনটিক ভয়-শংকাৰ বিৰুদ্ধে প্ৰবোধ দিয়ে। ফ্ৰয়েড আৰু তেওঁৰ শিষ্য কিছুমানৰ মতে এই প্ৰক্ষেপণ পদ্ধতিৰপৰাই পৰমপিতা ভগৱানৰ ধাৰণাৰ উৎপত্তি। সৃষ্টিৰ সিযুৰৰপৰা কোনোবা দৈৱ-শক্তিয়ে তাৰ করুণ কান্দোন শুনক বা নুশুনক, দুখত-পৰিলে অৰণ্যতে ৰোদনকাৰী শিশুৰ দৰে সৰ্বসাধাৰণ মানুহে 'ভগৱান ৰক্ষা কৰা' বুলি হাউ হাউকৈ কান্দি মনত সান্ত্বনা লভাৰ চেষ্টা কৰে। এই দুৰ্বলতাৰ পৰাই পৰম পিতা ভগৱানৰ ধাৰণাৰ সৃষ্টি আৰু সেই ধাৰণাকে ধৰ্মই মানুহৰ মাজত প্ৰচাৰ কৰে। গতিকে ধৰ্মও এক বিৰাট মোহ। এনেদৰে মোহাচ্ছন্ন হৈ নিজৰ দুৰ্বলতাত ডুব গৈ থকাতকৈ মানুহে নিজৰ অন্তৰ্নিহিত শক্তিৰদ্বাৰাই সংসাৰৰ দুখ-দৈন্যৰ লগত যুঁজ কৰিব শিকাটোহে অধিক সমীচিন নহয় জানো? ওমৰ খৈয়ামৰ দৰে মনোবিশ্লেষকসকলেও কয়—

> "সৌ যে দেখিছা আকাশ নামৰ নীলাভ বাটিটি
> তাৰেই তলতে চুঁচৰি বাগৰি মৰোঁ দিনে ৰাতি,
> মিছাতেই নুতুলিবা প্ৰাৰ্থনাৰ হাত তাৰ প্ৰতি,
> তোমাৰ মোৰেই দৰে নাই তাৰ অকণো শকতি।"

তৃতীয়তে, আমাৰ নৈতিক বিষয়ক সামাজিক ৰীতি-নীতিবোৰো আমাৰ প্ৰবৃত্তি-দমনৰ বাবে অধি-মনে সৃষ্টি কৰা কিছুমান কৃত্ৰিম উপায় মাথোন। আমাৰ মনৰ মৌলিক প্ৰবৃত্তি হৈছে ঘৃণা। আমাৰ ওচৰ-চুবুৰীয়াক ঘৃণা কৰাটো হেনো আমাৰ



অৱচেতন মনৰ এটা শক্তিমন্ত প্ৰবৃত্তি। কিন্তু এই প্ৰবৃত্তিক অবাধে চলিবলৈ দিলে মানুহৰ সামাজিক জীৱন অসম্ভৱ। সৰু কালতেই সমাজৰ হকা-বধাৰদ্বাৰা, ইয়াক দমন কৰাৰ বাবে অধি-মন শিক্ষিত হৈ উঠে। কিন্তু দমন কাৰ্যৰ বাবে অধি-মনে নানা বুধি সাজিব লগাত পৰে। এই বুধিবোৰ সাজোঁতেই হেনো "সকলো মানুহ ঈশ্বৰৰ চকুত সমান," "ওচৰ-চুবুৰীয়াক মৰম-চকুৰে চাবা," "সকলো প্ৰাণীৰ অন্তৰত ঈশ্বৰে বাস কৰে," ইত্যাদি নানা নীতি-কথাৰ উদ্ভাৱন হৈছে। সেইদৰে মনৰ আন এটা মৌলিক প্ৰবৃত্তি হৈছে অন্যৰ ওপৰত প্ৰভুত্ব কৰা আৰু প্ৰভাৱ বিস্তাৰ কৰা। এই প্ৰবৃত্তিয়ে এনেই বাহিৰলৈ ওলাই আহিলে সমাজত বিশৃংখলা ঘটিব। সেইবাবে ই যুক্তি তৰ্কেৰে বিভূষিত হৈ ভেশছনকৈ ওলাই আহে। ৰাজনৈতিক ক্ষেত্ৰত ইয়েই "ৰজাৰ দৈৱ-স্বত্ব", "আইনৰ সাৰ্বভৌমত্ব" আদি তথ্যৰ ৰূপ লয়। সামাজিক ক্ষেত্ৰত, ইয়াৰ প্ৰভাৱতে হেনো সমাজে এনেবোৰ নীতি-বচন ৰচনা কৰিছে—"পিতৃ-মাতৃ আৰু গুৰুজনক ভক্তি কৰিবা," "গুৰুৱেহে ভগৱানৰ সন্ধান দিব পাৰে" ইত্যাদি। হিংসা-দ্বেষ আমাৰ অৱচেতন মনৰ আন এটা মৌলিক প্ৰবৃত্তি। অৱস্থাৰ পাকত পৰি বেছিভাগ মানুহৰ জীৱনতে লাহবিলাহৰ সুযোগ নঘটে। অইনৰ লাহবিলাহত তেনে মানুহ বিদ্বেষ পৰায়ণ হোৱাটো স্বাভাৱিক। কিন্তু অধি-মনৰ শাসনত পৰি ই বেলেগ ৰূপত মহতীকৃত হয়; যেনে এনে মানুহ হেনো বহুত সময়ত ত্যাগীৰ ভাও লয় আৰু নীতিবচন গায় যে—"ত্যাগেই পৰম সুখ, ভোগেই দুখৰ মূল"।

সেইদৰে চতুৰ্থতে, সুকুমাৰ কলাবো হেনো উদ্ভৱ হৈছে জীৱনৰ নৈৰাশ্য আৰু ব্যৰ্থতা ঢাকিবৰ কাৰণে কৰা কেতবোৰ মোহ সৃজনৰপৰা। কবি, চিত্ৰকাৰ, ভাস্কৰ আদিৰ সৃজন হেনো মোহ-সৃজনৰহে পৰিণাম। ফ্ৰয়েডৰ মতে কাম আৰু যৌন প্ৰবৃত্তিয়েই মানুহৰ মৌলিক প্ৰবৃত্তি। আনকি, শৈশৱত যে সৰু ল'ৰাই মাকৰ প্ৰতি আৰু সৰু ছোৱালীয়ে বাপেকৰ প্ৰতি আকৃষ্ট হয়, সিও হেনো অজ্ঞাতভাৱে কাম প্ৰবৃত্তিৰ মহতীকৰণৰহে দৃষ্টান্ত। ইয়াক মনোবিশ্লেষণৰ ভাষাত 'ইডিপাচ কম্‌প্লেক্স' বোলা হয়। সুকুমাৰ কলা, কবিৰ কবিতা, শিল্পীৰ ভাস্কৰ্য এই সকলোবোৰেই হেনো পৰোক্ষভাৱে বেছি ভাগ ক্ষেত্ৰতে কাম প্ৰবৃত্তি দমনৰপৰা উৎপত্তি হয়, নাইবা 'ইডিপাচ কম্‌প্লেক্স'ৰ মহতীকৰণৰপৰা হয়। কবি ডাণ্টেই বাস্তৱ জীৱনত বিয়েট্ৰিচৰ স্বাভাৱিক প্ৰেম নোপোৱাৰ কাৰণে কল্পনা ৰাজ্যত বিয়েট্ৰিচৰ প্ৰেম উপভোগৰ চেষ্টা কৰিছিল; আৰু তাৰ ফলতে পৃথিৱীয়ে পালে তেওঁৰ অমৰ কাব্য 'ডিভাইনা কমিডিয়া'। শ্বেলিয়ে পাৰ্থিৱ জীৱনৰ নৈৰাশ্য ঢাকিবৰ বাবে কাল্পনিক জগতত কেতেকী চৰাইৰ আত্মাৰ ভিতৰত সোমাই আকাশত উৰি ফুৰিব খুজিছিল;

আৰু তাৰেপৰাই তেওঁৰ বিশ্ববিখ্যাত 'স্কাইলাৰ্ক' কবিতাৰ সৃষ্টি হ'ল। কেতিয়াবা কেতিয়াবা কাম প্ৰবৃত্তিৰ বাহিৰে অন্যান্য প্ৰবৃত্তিৰ মহতীকৰণদ্বাৰাও হেনো সৃজনমূলক সাহিত্যৰ সৃষ্টি হয়। ইংৰাজ কবি আলেকজেণ্ডাৰ পোপ হেনো সৰুৰেপৰাই লেঙেৰা আছিল। অন্য মানুহে তেওঁৰ বিকলাঙ্গক ঠাট্টা কৰে বুলি তেওঁ ধৰি লৈছিল। তাৰ ফলত তেওঁ সকলো মানুহকে সৰুৰেপৰাই ঘিণ কৰিছিল। পিছত বয়স হ'লত বহু দিনৰপৰা জমা হৈ থকা ঘৃণা-দ্বেষবোৰ তেওঁৰ মানৱবিদ্বেষী কবিতাৰ মাজেদি প্ৰকাশ পাইছিল। ঔপন্যাসিক লৰেন্সৰ 'লেডী ছেটাৰ্লী'ৰ উদ্ভৱো হেনো তেওঁৰ বনুৱা পৰিয়ালৰ কষ্টময় শৈশৱৰ তিক্ততাৰপৰাই হৈছিল। অভিজাত্য সম্প্ৰদায়ৰ প্ৰতি জমা হৈ থকা দ্বেষেই হেনো লৰ্ড ছেটাৰ্লীৰ প্ৰতি উপলুঙা আৰু বনুৱা শ্ৰেণীৰ পশুৰখীয়া মেলৰৰ প্ৰতি লেডী ছেটাৰ্লীৰ অহৈতুকী প্ৰেমৰ সৃষ্টি কৰিছিল।

পঞ্চমতে, আমাৰ বুদ্ধিৰ পৰিচালনা, সত্য অন্বেষণ, বিচাৰ-শক্তি, কৰ্মদক্ষতা,—এইবোৰো হেনো অৱচেতন স্তৰৰ অধি-মনৰ হেঁচাত ভেশছন কৈ ওলাই অহা প্ৰবৃত্তিবোৰৰে বেলেগ বেলেগ ৰূপহে মাত্ৰ। অৱচেতন স্তৰত প্ৰবৃত্তিৰ অভিলাষক অধি-মনে এনেয়ে ওলাই আহিবলৈ নিদিয়ে; কিন্তু যুক্তিপূৰ্ণ ইচ্ছাৰ ৰূপ ল'লে আহিবলৈ দিয়ে। সিয়ে গৈ হেনো সচেতন স্তৰত বিবেচনা শক্তিৰ ৰূপ ধৰে। আমাৰ 'বিশ্বাস' বোলা বস্তুটি হেনো অৱচেতন স্তৰৰ অভিলাষৰ প্ৰতিচ্ছবিহে মাত্ৰ। ফ্ৰয়েডে কৈছিল—"মানৱ জাতিৰ বিচাৰ বিবেচনাবোৰ নিজৰ মোহ ভ্ৰান্তি আদিক যুক্তিৰ দ্বাৰা সমৰ্থন কৰাৰ চেষ্টাৰ বাহিৰে অইন একো নহয়।" কৰ্মদক্ষতাৰ ক্ষেত্ৰতো কিছুমান মনোবিশ্লেষকে কয় যে ভাল ভাল ছাৰ্জনবোৰে যে কটা-ছিঙাত নৈপুণ্য অৰ্জন কৰে, সি হেনো তেওঁলোকৰ মনৰ অৱচেতন স্তৰত থকা হত্যালিপ্সাৰ মহতীকৰণ মাথোন।

এনেবোৰ সিদ্ধান্তৰপৰা সমাজত মাৰাত্মক পৰিণতিৰ সৃষ্টি হব পাৰে বুলি এচাম পণ্ডিতে কৰা সন্দেহবোৰ একেবাৰে ভিত্তিহীন নহয়। বৰ্তমান যুগৰ যৌন-শিথিলতা এইবোৰৰে পৰিণাম বুলি বহুতে সন্দেহ কৰে। প্ৰবৃত্তি দমনৰপৰা যদি 'নিউৰোছিছ' হব পাৰে তেন্তে 'যাবজ্জীবেৎ সুখং জীবেৎ, ঋণং কৃত্বা ঘৃতং পিবেৎ" এই নীতিকে গ্ৰহণ কৰা উচিত বুলি বহুতো কোমলমতি ডেকাৰ ধাৰণা হোৱাটো অতিকে স্বাভাৱিক। পিতৃ-মাতৃ গুৰুজনক ভক্তি কৰা নীতি যদি সেইসকলৰ ক্ষমতা লিপ্সাৰপৰাহে উদ্ভূত, তেন্তে অশ্ৰদ্ধা আৰু অনিয়মানুবৰ্তিতা সমাজত বিয়পি পৰাটো একেবাৰে আচৰিত কথা নহয়। সেই দৰে কলা, ভাস্কৰ্য, জ্ঞান-বিজ্ঞান আদিৰ চৰ্চা যদি



নিষ্পেষিত প্ৰবৃত্তিৰ আওপকীয়া পৰিতুষ্টিহে মাথোন, তেন্তে সেইবোৰৰ চৰ্চাৰ ওপৰতো নিৰুৎসাহৰ ক'লা ছাঁ পৰাটো স্বাভাৱিক পৰিণতি।

সৌভাগ্যবশতঃ এনেবোৰ সিদ্ধান্ত পৃথিৱীৰ সুধীসমাজে গ্ৰহণ কৰা নাই।

প্ৰথমতে, মনৰ ভিতৰত বিবেচনা শক্তিৰ কোনো বেলেগ সত্তা নাই বুলি মনোবিশ্লেষকে যি দাবী কৰে, সেই দাবী সম্পূৰ্ণ ভিত্তিহীন বুলি সৰহভাগ পণ্ডিতে কয়। এই দাবী সঁচা হোৱা হলে, এইটো তৰ্ক কৰিব পাৰি যে মনোবিশ্লেষকসকলৰ তথ্যবোৰতো কোনো বিবেচনা বা যুক্তি নাই—এইবোৰো তেওঁলোকৰ নিজৰ অৱচেতন স্তৰৰ অজ্ঞাত অভিলাষৰ আওপকীয়া পৰিতুষ্টি মাথোন। সেয়ে হলে তেওঁলোকৰ সিদ্ধান্তবোৰকে বা কেনেকৈ সঁচা বুলি দাবী কৰিব পাৰি? দৰাচলতে বিবেচনা-শক্তিৰ এটা নিজা সত্তা আছে। ই মনৰ এটা ওখ থাপৰ অঙ্গ। ই প্ৰবৃত্তিবোৰৰ হাতৰ পুতলা নহয় বৰঞ্চ ইহে মনৰ প্ৰকৃত নিয়ন্তা। ই বাহিৰৰ সংসাৰৰ আচল অভিজ্ঞতা আৰু মনৰ ভিতৰৰ উতনুৱা প্ৰবৃত্তি দুয়োকো চালি জাৰি চায় আৰু তাৰ পিছত মনটো কোনফালে যোৱা উচিত তাকে ঠিক কৰি দিয়ে। এই বিবেচনা-শক্তিয়ে প্ৰকৃত সত্য অন্বেষণ কৰে। বাহিৰৰ সংসাৰৰ হাজাৰ বিজাৰ ঘটনাৰ মাজৰ পৰা ই সত্যক বিচাৰি উলিয়ায়। অন্তৰৰ ভিতৰতো কোনবিলাক অভিলাষক তৃপ্ত কৰা উচিত আৰু কোনবিলাকক সংযত কৰা উচিত তাক ইয়ে ঠিক কৰে। এই খিনিতে মন কৰিব পাৰি যে কৰ্তব্যজ্ঞান আৰু অভিলাষ দুটা বেলেগ বস্তু। মানুহৰ মনে কিবাকিবি বহুতো অভিলাষ কৰিব পাৰে, কেতিয়াবা কেতিয়াবা অভাৱনীয়, প্ৰকাশৰ অযোগ্য অভিলাষ পৰ্যন্ত কৰে। কিন্তু কৰ্তব্যজ্ঞান থকাৰ কাৰণে মানুহে তেনেবোৰ অভিলাষ দমন কৰে। এই কৰ্তব্যজ্ঞানৰ উদয় হয় বিবেচনা-শক্তিৰপৰা। বিবেচনা-শক্তিয়েহে কৰ্তব্যৰ পথ ঠিক কৰি দিয়ে। তেতিয়া মনৰ ভিতৰৰ আন এটা শক্তিয়ে নেতৃত্ব কৰে। সেই শক্তিক আমি আগতে উল্লেখ কৰিয়াইছোঁ 'ইচ্ছা-শক্তি' বুলি। এই ইচ্ছা-শক্তিয়ে গোটেই মনটোকে কৰ্তব্য পথেৰে চলাই লৈ যায়। বিবেচনা-শক্তি মনৰ বিচাৰক আৰু ইচ্ছা-শক্তি ইয়াৰ চালক। মনৰ প্ৰবৃত্তিবোৰে বিবেচনা-শক্তিয়ে দেখুৱাই দিয়া কৰ্তব্য পথেৰে গৈ থাকিলে ই সিহঁতক উৎসাহ দিয়ে, অবাটে যাব খুজিলে ই টানি ধৰে। বহুকাল আগতে গ্ৰীছ দাৰ্শনিক প্লেটোৱে এটা বিখ্যাত উদাহৰণেৰে মনৰ এই পদ্ধতিক সহজভাৱে বুজাইছিল। মানুহৰ মনটোক তেওঁ বহু ঘোঁৰাৰে টনা এখন ৰথৰ লগত তুলনা কৰিছিল। ঘোঁৰাবোৰে প্ৰত্যেকে নিজ নিজ ইচ্ছামতে বেলেগ বেলেগ ফালে লৰি যাব খোজে। যাব পৰা হলে ৰথখন হয় থামি গ'লহেঁতেন নহয় ভাঙি গ'লহেঁতেন। কিন্তু ৰথৰ সাৰথিয়ে প্ৰত্যেকটি ঘোঁৰাকে কম-

বেছি পৰিমাণে লেকাম টানি নিয়ন্ত্রণ কৰি থাকে। সাৰথিয়ে নিয়ন্ত্রণ কৰে গোটেইখন ৰথ যাতে ঠিক বাটে গৈ থাকে তাৰ প্ৰতি লক্ষ্য ৰাখি। সেই দৰে মানুহৰ মনৰ প্ৰবৃত্তিবোৰে নিজ নিজ পৰিতৃপ্তিৰ অৰ্থে ইফালে সিফালে লৰি যাব খোজে। যাব পৰা হলে মানুহৰ মনটো বলিয়া হৈ গ'লহেঁতেন। কিন্তু ৰথৰ সাৰথিৰ দৰে মনৰ 'ইচ্ছা-শক্তি'য়ে প্ৰবৃত্তিবোৰক যেনি তেনি যাবলৈ নিদিয়ে, যি পৰিমাণে আৱশ্যক ঠিক সেই পৰিমাণে সংযত কৰি থাকে। লক্ষ্য ৰাখে যাতে মুঠতে মানুহজনৰ কল্যাণ হয়, লক্ষ্য ৰাখে যাতে কল্যাণৰ পথেৰে প্ৰবৃত্তিবোৰ গৈ থাকে। এই ইচ্ছা-শক্তিয়ে চেতন-অৱচেতন দুয়ো স্তৰৰে ভাবসাম্য ৰক্ষা কৰে। ইয়েই মানুহজনৰ আচল সঞ্চালক। ই যি নিয়ন্ত্রণ কৰে সেইটো সচেতন স্তৰতে কৰে। ইয়াৰ কামবোৰ অধি-মনৰ প্ৰতিবিম্ব নহয়। ই সজ্ঞানে সুস্থ শৰীৰে নিজৰ কাম কৰি যায়। অৱচেতন স্তৰ থাকক বা নাথাকক, আৰু সেই স্তৰত 'অধি-মন' বোলা নিয়ন্তাই প্ৰবৃত্তি দমন কৰক বা নকৰক, সচেতন স্তৰত ইচ্ছা-শক্তিয়ে যে বিবেচনা-শক্তিয়ে দেখুৱাই দিয়া কৰ্তব্য পথেৰে আমাক লৈ গৈ থাকে এই কথা সাধাৰণ অভিজ্ঞতাৰপৰাও আমি সকলোৱে বুজোহঁক। এই ইচ্ছা-শক্তিৰ অস্তিত্ব পিছৰ যুগৰ মনোবিশ্লেষকসকলেও স্বীকাৰ কৰে। ১৯২৯ চনত আমেৰিকাৰ "চৰিত্ৰ-শিক্ষা তদন্ত কমিটি"য়ে ল'ৰা-ছোৱালীৰ সৎ বৃত্তিবোৰৰ এটা তদন্ত কৰিছিল। এই সৎ বৃত্তিবোৰৰ ভিতৰত ধৰা হৈছিল—সত্যপৰায়ণতা, বিবেক পৰায়ণতা, সহযোগিতা, সেৱা মনোভাৱ, অধ্যৱসায়, ত্যাগ, উদাৰতা, আত্মসংযম ইত্যাদি। দেখা গৈছিল যে সকলোবোৰ সৎ গুণৰ মাজেদি কিবা এটা ঐক্যসূত্ৰ আছিল যাৰ বাবে এই গুণবোৰ একে বাটে গৈ আছিল আৰু সিহঁতৰ মাজত কোনো সংঘৰ্ষ নাছিল। এই ঐক্যসূত্ৰৰদ্বাৰা মনৰ ভিতৰৰ কিবা এটা শক্তিয়ে এই সৎ গুণবোৰক গাঁথি থৈছিল। 'চৰিত্ৰ শিক্ষা তদন্ত কমিটি'য়ে স্বীকাৰ কৰিছিল যে এই শক্তিয়েই আমি আগতে উনুকিওৱা ইচ্ছা-শক্তি।

এনেকুৱা তথ্যৰপৰা এইটো সিদ্ধান্ত কৰিব পাৰি যে মনৰ সচেতন স্তৰটি অৱচেতন স্তৰৰ হাতত পুতলা নহয়। এই সচেতন স্তৰত মানুহৰ ইচ্ছা-শক্তিয়ে বিবেচনা-শক্তিৰ সহায়ত তাৰ কৰ্তব্য পথ নিৰ্দ্ধাৰণ কৰে আৰু মানুহৰ মনটোক সেই পথেৰে চলাই লৈ যায়। এই সচেতন স্তৰতে বিবেচনা-শক্তিয়ে সত্য অন্বেষণ কৰে। বিবেচনা-শক্তিৰ নিজা সত্তা আছে বুলিয়েই মানুহ আজি জ্ঞানবিজ্ঞানৰ চৰ্চা কৰিবলৈ সমৰ্থ হৈছে, বিশ্বব্ৰহ্মাণ্ডৰ ৰহস্য উদঘাটন কৰিছে আৰু গ্ৰহলোকত ভ্ৰমণ কৰিবলৈ সাহ যোগাব পাৰিছে। এই শক্তিক বহুতে ভগৱানৰ ঐশ্বৰ্য বুলি কয়। কিয়নো ই মানুহক প্ৰকৃত সত্যৰ সন্ধান দিয়ে। সত্যই ভগৱান আৰু যি শক্তিৰ সহায়ত সেই সত্যক পোৱা যায় সি ভগৱৎ শক্তি।



ইয়াৰদ্বাৰা এইটো কব খোজা নাই যে অৱচেতন স্তৰ বা অধি-মন আদিৰ কোনো অস্তিত্ব নাই। ইয়াৰদ্বাৰা এইটোহে কব খোজা হৈছে যে এইটো ভুল ধাৰণা যে অধি-মনৰ শাসন পাৰ হৈ অহাৰ পিছত প্ৰবৃত্তিবোৰে সচেতন স্তৰত একেবাৰে মুকলি মূৰীয়া হৈ যি খুচি তাকে কৰিব পাৰে বা অধি-মনৰ নিৰ্দেশ অনুযায়ী যি ভেশছন কৰি আহিছিল সেই ভেশছনৰ সহায়ত পৰিতৃপ্তি যোগাৰ কৰে। আচলতে সচেতন স্তৰত বিবেচনা-শক্তিৰ বিচাৰ কক্ষত আহি ইহঁতে থিয় হব লাগে আৰু সেই বিচাৰকৰ ৰায় মতে ইচ্ছা-শক্তিয়ে ইহঁতক য'লৈ যোৱা উচিত ত'লৈ লৈ যায় আৰু যিদৰে পৰিতুষ্ট হোৱা উচিত সেই দৰেহে পৰিতুষ্ট হবৰ সুবিধা দিয়ে, সিহঁতৰ নিজৰ খুচিমতে নহয়। অৱশ্যে কেতিয়াবা, বিশেষকৈ দিঠক সপোন, অন্যমনস্ক অৱস্থা আৰু নিশাৰ সপোনত ইহঁতে বিবেচনা-শক্তিৰ ওচৰত থিয় নোহোৱাকৈয়ে পৰিতৃপ্তি লাভ কৰিব পাৰে। কেতিয়াবা ইচ্ছা-শক্তিৰ দৌৰ্বল্যৰ বাবে ক্ৰোধ, দ্বেষ নাইবা প্ৰতিহিংসা আদিয়ে সচেতন স্তৰত অবাটেও যাব পাৰে। কিন্তু সেই বুলি সচেতন স্তৰৰ সকলো কামেই যে অবচেতন স্তৰৰপৰা অহা প্ৰবৃত্তিবোৰৰ মুকলিমূৰীয়া মহতীকৃত কৰ্ম, এই কথা সঁচা নহয়। মনোবিশ্লেষকসকলে অৱচেতন স্তৰৰ প্ৰভাৱ অতিৰঞ্জিত কৰিছে।

দ্বিতীয়তে, ফ্ৰয়েড আৰু তেওঁৰ শিষ্যসকলে ধৰ্ম আৰু ঈশ্বৰ সম্বন্ধে যিবোৰ সিদ্ধান্ত কৰিছিল, সেইবোৰে পৃথিৱীৰ সৰহভাগ মানুহকে চক খুৱাইছিল। আগতে উনুকিওৱা হৈছে যে মনোবিশ্লেষকৰ মতে মানুহে যেতিয়া নিঃসহায় অৱস্থাত পৰি পাৰ্থিৱ পিতৃ-মাতৃৰ সহায় অকুলন যেন দেখে তেতিয়া সি দৈৱিক পিতৃ-মাতৃৰ অৰ্থাৎ পৰম পিতা ভগৱান অথবা আই ভগৱতীৰ কল্পনা কৰে আৰু এই কল্পনাৰপৰাই ভগৱানৰ ধাৰণাৰ উদ্ভৱ হয়। ইয়াৰপৰা এনেহে ধাৰণা হয় যেন ভগৱান মনস্তাত্ত্বিক কাৰণতহে সৃষ্টি হৈছে। এনে সিদ্ধান্তই নাস্তিকতাবাদক সহায় কৰে। কিন্তু ভগৱানৰ অস্তিত্বৰ তথ্য অকল মনোবিশ্লেষণৰদ্বাৰাই সংগ্ৰহ কৰিব নোৱাৰি। এই প্ৰশ্ন ইমান ভাবিব লগীয়া কথা আছে যে মনোবিশ্লেষণৰ অকল 'পিতৃ-ভাৱ'ৰ আবিষ্কাৰৰদ্বাৰাই ইয়াক বুজাব নোৱাৰি। যুগ-যুগান্তৰ ধৰি ধৰ্মগুৰুসকলে, ঋষি-মুনিসকলে প্ৰত্যক্ষ আৰু পৰোক্ষ দুয়ো উপায়ে এক বিশ্বব্ৰহ্মাণ্ডব্যাপী চৈতন্য শক্তিৰ উপলব্ধি কৰি আহিছে। যুগ-যুগান্তৰ ধৰি দাৰ্শনিক পণ্ডিতসকলে পদাৰ্থবিজ্ঞান, মনোবিজ্ঞান আদি সকলো অধ্যয়ন কৰি ধৰ্ম আৰু ঈশ্বৰ সম্বন্ধে প্ৰকৃত সত্য আৱিষ্কাৰ কৰিবৰ চেষ্টা কৰিছে। সভ্যতাৰ আৰম্ভণিৰেপৰা ধৰ্মৰ সহায়ত মানুহে নিজৰ জীৱনত শান্তি লাভ কৰিছে। বুৰঞ্জীয়ে যুগে যুগে প্ৰমাণ কৰিছে যে ধৰ্মৰ গ্লানি হলে সমাজৰো অধঃপতন হয়। এইবোৰৰ দ্বাৰা সমৰ্থিত ধৰ্মক মনৰ অৱচেতন স্তৰৰদ্বাৰা প্ৰভাৱান্বিত মোহ বুলি উৰাই দিবৰ

চেষ্টা কৰাটো বিভ্ৰান্তিৰ পৰিচায়ক বুলি কব পাৰি। দৰাচলতে ফ্ৰয়েডৰ নিজৰেই এজন বিশ্ববিখ্যাত শিষ্যই ( ইয়ংএ ) ফ্ৰয়েডৰ তথ্যৰ ঘোৰ সমালোচনা কৰিছিল। তেওঁৰ 'আত্মাৰ অন্বেষণত নৱযুগৰ মানৱ' বোলা পুথিত ইয়ংএ লিখিছিল "ফ্ৰয়েড আৰু তেওঁৰ অনুসৰণকাৰীসকলৰ ভুল হৈছিল মানুহক তাৰ দোষৰ ভিত্তিতহে বুজিবৰ আৰু বুজাবৰ চেষ্টা কৰাত। তেওঁৰ "এটা মোহৰ ভৱিষ্যৎ" নামৰ কিতাপত লিখা কথাবোৰৰপৰা এইটোৱে প্ৰমাণ হয় যে ধৰ্ম আৰু আত্মাৰ অভিজ্ঞতা ফ্ৰয়েডে উপলব্ধি কৰিব নোৱাৰিছিল। ফ্ৰয়েডে মানুহৰ 'নিউৰোটিক' অৱস্থাৰ মনৰ ওপৰত ভিত্তি কৰি তেওঁৰ মনোবিশ্লেষণৰ সংজ্ঞাবোৰ লিখিছিল। সেই গতিকে তেওঁৰ মনোবিশ্লেষণ ৰুগ্ন মনৰ বিশ্লেষণ।......মানুহৰ মনৰ ভিতৰৰ প্ৰবৃত্তিবোৰে কিবা এটা শক্তিৰ গাত অনবৰত খুন্দা খাই আছে। সেই শক্তিক 'পিতৃভাব' বুলি বুজাবৰ চেষ্টা কৰা মানে ধৰ্ম আৰু আত্মা কি বস্তু তাক নজনা বুলি স্বীকাৰ কৰা। যুগে যুগে মহাপুৰুষসকল জন্মি আছে আৰু সেইসকলে 'ভগৱান পৰম পিতা' এই বাক্যৰ প্ৰকৃত অৰ্থ উপলব্ধি কৰিছে।"

তৃতীয়তে, মনোবিশ্লেষকসকলৰ কলা, বিজ্ঞান আদি সম্বন্ধে কৰা সিদ্ধান্তবোৰো এতিয়া উদ্ভট বুলি সমালোচিত হৈছে। এইবোৰ কাম-প্ৰবৃত্তি, যৌন-প্ৰবৃত্তি অথবা হিংসা-দ্বেষ আদিৰ মহতীকৃত ৰূপান্তৰ বুলি তেওঁলোকে কৈছিল। ইয়াৰ উত্তৰত ফ্ৰয়েডৰ বিৰুদ্ধপন্থীসকলে সুধিছিল, "আয়নষ্টাইনৰ 'ৰিলেটিভিটি'ৰ তথ্য অথবা কান্তৰ 'পিয়োৰ ৰিজন'ৰ তথ্য অতৃপ্ত যৌন প্ৰবৃত্তিৰ পৰিণতি নেকি?" এই একেটি প্ৰশ্নই মনোবিশ্লেষকৰ সিদ্ধান্তৰ অন্তঃসাৰশূন্যতা উদঙাই দেখুৱাইছিল। আচলতে, যৌন প্ৰবৃত্তিয়েই মানুহৰ একমাত্ৰ প্ৰবৃত্তি নহয়। ফ্ৰয়েডে এই প্ৰবৃত্তিকে প্ৰায় সকলোবোৰ প্ৰবৃত্তিৰেই মূলবস্তু বুলি ধাৰণা কৰি ভুল কৰিছিল। যৌন-প্ৰবৃত্তি অন্যান্য প্ৰবৃত্তিৰ লগৰে আন এটা প্ৰবৃত্তি। যৌন-প্ৰবৃত্তিৰ ব্যৰ্থতাৰপৰা যেনেকৈ 'নিউৰোটিক' অৱস্থাৰ উৎপত্তি হব পাৰে, ক্ৰোধ, হিংসা, দ্বেষ আদিৰ ব্যৰ্থতাৰপৰাও তেনে অৱস্থাৰ সৃষ্টি হব পাৰে। কিন্তু সেই বুলি এইবোৰক যে উপযুক্তভাৱে সংযত কৰিব নালাগে এনে নহয়। এইবোৰক সংযম নকৰা হলে, সভ্যতাৰে সম্ভৱ নহ'লহেঁতেন। মনোবিশ্লেষকসকলে যৌন-প্ৰবৃত্তিৰ দমনৰপৰা কি প্ৰতিকূল পৰিণামৰ উদ্ভৱ হয় তাৰ বৰ্ণনাতে বেছিকৈ ব্যস্ত আছিল; তাৰপৰা কি অনুকূল পৰিণাম হয় সেই সম্বন্ধে বৰ বেছি মূৰ ঘমোৱা নাছিল। তাৰ ফলত এতিয়া যৌন-শিথিলতাৰ প্ৰভাৱে নৈতিক চৰিত্ৰকো কলুষিত কৰিব ধৰিছে। সকলো দেশৰে গল্প, উপন্যাস, ছায়াছবি, থিয়েটাৰ কাপোৰ পিন্ধাৰ 'ফেছন' ইত্যাদিৰ মাজেদি যৌন-শিথিলতা উপচি পৰিছে। আন-



পাকে, বুৰঞ্জীয়ে যৌন-শিথিলতাৰ কুপৰিণামৰ কথা ৰিঙিয়াই কৈ আছে। যেতিয়াই সমাজত যৌন-শিথিলতাৰ মাত্ৰা বাঢ়ি যায়, তেতিয়াই সমাজৰ অধঃপতন আৰম্ভ হয় এয়ে বুৰঞ্জীৰ চিৰন্তন শিক্ষা। আল্ডুছ হাক্সলিয়ে ডাঃ আনুউইনৰ 'যৌনবৃত্তি আৰু কৃষ্টি' নামৰ কিতাপখন পঢ়াৰ পিছত মতামত দিছিল যে যৌন-সংযম আৰু কৃষ্টিমূলক উদ্‌গতিৰ স্তৰৰ ভিতৰত ঘনিষ্ঠ সম্বন্ধ আছে। য'ত যৌন সংযম কমি যায়, ত'ত কৃষ্টিমূলক উদ্‌গতিও তললৈ নামি আহে। যৌন সংযমে যে মানুহৰ মানসিক শক্তি বৃদ্ধি কৰে তাত কোনো সন্দেহ নাই। সেই বাবে যৌন সংযমৰপৰা সমাজৰ কৃষ্টিমূলক অৱস্থাৰ উন্নতি হয়।

সমাজৰ ৰীতি-নীতিবোৰৰ সম্বন্ধে মনোবিশ্লেষকসকলে যি মন্তব্য কৰিছিল, সেইবোৰৰ বেলিকাও একে সমালোচনাই কৰিব পাৰি। পিতৃ-মাতৃ-গুৰুজনক ভক্তি কৰাৰ নীতি মনৰ ক্ষমতালিপ্সা প্ৰবৃত্তিৰপৰা উৎপন্ন হোৱা বোলা কথাটো অতিৰঞ্জনৰ আন এটা উদাহৰণ। এইবোৰ ক্ষেত্ৰত ক্ষমতা খটোৱাতকৈ মৰমেহে আচলতে ক্ৰিয়া কৰে। প্ৰেম, মৰম আদি মনৰ সুকুমাৰ বৃত্তি। এইবোৰৰ নিজা সত্তা আছে। এইবোৰ যৌনবৃত্তিৰ ভেশছন অৱস্থা নহয়। এইবোৰৰ প্ৰভাৱে আন মানুহৰ মনত কোমলতাৰ সৃষ্টি কৰে। মৰমে মৰমক জন্ম দিয়ে। মৰমে সেই দেখি ল'ৰা-ছোৱালীৰ, আনকি অন্য মানুহৰো, আনুগত্য আকৰ্ষণ কৰে। মৰমৰপৰা হোৱা আনুগত্যক ক্ষমতাৰ প্ৰভাৱৰ ক্ৰিয়া বুলি কোৱাটো অতিকৈ আচহুৱা কথা।

আমাৰ প্ৰবন্ধৰ সামৰণি মৰাৰ আগতে এইটো পৰিষ্কাৰ কৰা উচিত যে ফ্ৰয়েডৰ অৱদান বিশ্বৰ এক অমূল্য ৰত্ন। ওপৰত উহুকিওৱা কথাবোৰত মনোবিশ্লেষকসকলৰ সিদ্ধান্ত মানি লব নোৱাৰিলেও তেওঁলোকৰ অন্য সকলো কথাও যে মূল্যহীন সেইটো নহয়। ফ্ৰয়েড এজন অসাধাৰণ মনীষী আছিল। তেওঁৰ আবিষ্কাৰবোৰে পৃথিৱীৰপৰা অসংখ্য কুসংস্কাৰ বিদায় দিছে। তেওঁৰ আবিষ্কাৰৰ ওপৰত ভিত্তি কৰি 'মনো-চিকিৎসা' বুলি এক নতুন ধৰণৰ চিকিৎসা পদ্ধতি স্থাপিত হৈছে। অগণন মানুহৰ অগণন ৰোগ ইয়াৰদ্বাৰা আৰোগ্য হৈছে। তেওঁৰ মনোবিশ্লেষণে এক নতুন বিজ্ঞানৰ ঠাই লৈছে। শিশু শিক্ষাৰ ক্ষেত্ৰত তেওঁৰ বিশ্লেষণবোৰে অপৰিসীম উপকাৰ কৰিছে। গাৰ্হস্থ্য জীৱনত ল'ৰা-ছোৱালীক তুলি তালি ভাল নাগৰিক হবলৈ গঢ়ি তোলাত এইবোৰে অজস্ৰ সহায় কৰিছে। তেওঁৰ মনোবিশ্লেষণৰ সহায়ত আদিম জাতিবোৰৰ মাজত প্ৰচলিত থকা, আগতে বুজিব নোৱাৰা, বহুতো ৰীতি-নীতি আচাৰ-ব্যৱহাৰৰ আঁতি গুৰিবোৰ এতিয়া পোহৰলৈ আহিছে আৰু তাৰ ফলত সেইবোৰ জাতিক কেনেকৈ উদ্‌গতিৰ পথত আগুৱাই নিব পাৰি তাৰ দিহা কৰিব পৰা হৈছে। ধৰ্ম,

নৈতিকতা, বিবেচনা শক্তি, যৌনভাৰ আদি কেইটামান বিষয়ত ফ্ৰয়েডৰ অত্যুক্তি আছে সঁচা। কিন্তু অত্যুক্তিবোৰ অত্যুক্তি হিচাপেই ললে, তেওঁৰ বাকী অৱদানবোৰ ইমান মূল্যৱান যে তাৰ বাবে তেওঁ চিৰকাললৈ মানৱ জাতিৰ নমস্য হৈ থাকিব। শ শ বছৰৰ পিছতহে কেতিয়াবা এনেকুৱা অৱদান মানৱ জাতিয়ে পায়। শ শ বছৰৰ পিছতহে ফ্ৰয়েডৰ দৰে মহাপুৰুষৰ জন্ম হয়।

# মোৰ জীৱন দৰ্শন

মোৰ জীৱন-দৰ্শনৰ মূল-কথাখিনি একে আষাৰে কৈ পেলাব পাৰি, সেইটো হ'ল, সৎজীৱন যাপন কৰা।

**সৎ জীৱন মানে নো কি ঃ** কথাষাৰ ইমান পৰিচিত যে ইয়াৰ প্ৰতি তাচ্ছিল্য হোৱাটো স্বাভাৱিক। আন কি যিসকলে নিজে সদায় সৎ জীৱন যাপন কৰি আহিছে,'সিসকলৰ ভিতৰতো বহুতে অভ্যাসবশতঃই তেনে কৰি আছে, জানি শুনি চিন্তাকৰি কিবা আদৰ্শ মনত ৰাখি যে তেনে কৰিছে সেইটো নহয়। কেতিয়া, কি অন্তৰ্দ্বন্দ্বৰ পিছত, কিমান দিনৰ অভিজ্ঞতাৰ ফলত, কি কিতাপ অধ্যয়নৰ পিছত, কি পৰিবেশৰ মাজত পৰি, এই আদৰ্শ আমাৰ মনত গঢ়ি উঠিছিল, সেই বিষয়ে কবলৈ গলে আত্ম-জীৱনৰ কথা কব লগাত পৰে। কিন্তু আত্ম-জীৱনী আত্ম-শ্লাঘাৰ নামান্তৰ মাত্ৰ। সেইদেখি এইবোৰ প্ৰসংগৰ অৱতাৰণা ইয়াত কৰা নহ'ল; এই আদৰ্শৰ মৰ্ম যি অলপ বোধ-গম্য হৈছে তাকেহে ইয়াত উল্লেখ কৰা হ'ল।

সৎ জীৱন যাপন বৰ বহল ধাৰণা আৰু সেইবাবে ই অলপ অস্পষ্ট। আমি সকলোৱে নিজক সৎ বুলি ভাবোঁ। চুৰি-ডকাইতি কৰি খোৱা যাৰ ব্যৱসায়, সিও নিজক অসৎ বুলি ভাবিবলৈ টান পায়। আচলতে বেছিভাগ মানুহৰ জীৱনতে সততা আৰু অসততা কিছু পৰিমাণে মিহলি হৈ থাকে, আৰু নিজৰ জীৱন যেতিয়া বিশ্লেষণ কৰিব লগা হয় তেতিয়া অসৎ অংশৰ কথা পাহৰি, সাধাৰণতে সৎ অংশৰ প্ৰতিহে চকু পৰে।

**এৰিষ্টটলে কৈছিল ঃ** তাহানি এৰিষ্টটলে কৈছিল যে নাগৰিকক সৎ জীৱন যাপন কৰিবলৈ সুবিধা আৰু উৎসাহ দিয়াটোৱেই ৰাষ্ট্ৰৰ মুখ্য উদ্দেশ্য। কিন্তু সৎ জীৱনৰ ভিতৰত নো কি কি পৰে, তাক তেওঁ বহলাই কোৱা নাছিল।

**বুদ্ধদেৱৰ শিক্ষা ঃ** বুদ্ধদেৱৰ অষ্ট আৰ্যপথত সৎ জীৱন যাপনৰ এটা চিত্ৰ দাঙি ধৰা হৈছিল। সেই চিত্ৰ চিৰকাললৈ সত্য। তেওঁৰ আৰ্য পথকেইটা হ'ল,—(১) সৎ অভিমত, (২) সৎ আকাংক্ষা, (৩) সৎ আলোচনা, (৪) সৎ

ব্যৱহাৰ, (৫) সৎ বৈষয়িক কৰ্ম, (৬) সৎ অধ্যৱসায়, (৭) সৎ চিন্তা আৰু (৮) সৎ বিষয়ত আনন্দ। নকলেও হব যে আমাৰ মনৰ কিশোৰ অৱস্থাত এই আদৰ্শই দ'কৈ সাঁচ বহুৱাব পাৰিছিল।

**গীতাৰ শিক্ষা ঃ** গীতাৰ দ্বাদশ অধ্যায়তো সৎ জীৱন যাপনৰ অতি ওখ আদৰ্শ দাঙি ধৰা আছে। কাৰো প্ৰতি বিদ্বেষ নাৰাখিবা ; সকলোৰে লগত মৰম বন্ধুত্ব ৰাখিবা, কিন্তু মৰমৰপৰা হোৱা দুখক অতিক্ৰম কৰিবা ; অহংকাৰ নকৰিবা ; সুখ আৰু দুখত মনক সমানেই স্থিৰ ৰাখিবা ; অন্যৰ দোষ ক্ষমা কৰিবা ; সদায় সন্তুষ্ট থাকিবা ; মনৰ ভিতৰত সংযম আৰু দৃঢ়তা ৰাখিবা ; অন্য মানুহৰ উদ্বেগৰ কাৰণ নহবা ; নিজেও অন্য মানুহৰ ব্যৱহাৰত উদ্বিগ্ন নহবা ; ক্ৰোধ, ভয়, উদ্বেগ, অসৎ উৎফুল্লতাৰপৰা মুক্ত থাকিবা ; নিস্পৃহ, পৱিত্ৰ, অলসতাহীন, নিৰপেক্ষ, মানসিক দুখশূন্য হবা ইত্যাদি। এই আদৰ্শ কাৰ্যক্ষেত্ৰত আখৰে আখৰে অনুসৰণ কৰা সম্ভৱ হব বুলি আশা কৰিব নোৱাৰি, কিন্তু সৎ জীৱন যাপনৰ এটা ওখ স্তৰৰ ধাৰণা ইয়াৰপৰা কৰিব পাৰি।

সৎ জীৱন যাপনৰপৰা বৈষয়িক বিষয়ত কৃতিত্ব লাভৰ আশা কৰাটো ভুল হব। আজিকালি আমাৰ দেশত যি পৰিবেশ হৈছে, তাৰপৰা এনে কৃতিত্ব লাভ কৰাটো একৰকম দুৰূহেই প্ৰায়। কিন্তু মহাত্মা গান্ধীয়ে কোৱাৰ দৰে, সংসাৰ যাত্ৰাৰ উত্তম উপায় বুলি সততাৰ অনুসৰণ কৰাটো বৰ ওখ থাপৰ আদৰ্শ নহয়, সততাৰ কাৰণেই সৎ হব লাগে। সততাই সততাৰ পুৰস্কাৰ। সততাই মানুহৰ অন্তৰ্দ্বন্দ্ব গুচাই মনৰ মাজত শান্তিৰ ৰাজ্য স্থাপন কৰে। মানুহে যি অৱস্থাতে থাকক লাগিলে আৰু যি কৰ্মকে কৰক লাগিলে, তাতে মনৰ শান্তি বিচাৰে। সততা নাথাকিলে, "ৰাজ-মুকুট পিন্ধা মূৰতো টোপনি নাহে" আৰু সেই বাবে অনেক সময়ত তেনে জীৱন দুৰ্বিসহ হৈ পৰে। সেই বুলি ইয়াত ইয়াকো কব খোজা নাই যে "নান্নং নবস্ত্ৰং" হৈ মনৰ অন্তৰ্দ্বন্দ্ব গুচাব পাৰি। মানুহৰ মৌলিক অভাৱবোৰ পূৰণ নোহোৱা পৰ্যন্ত মানুহৰ মনত অশান্তি থাকে, যদিও সেই অশান্তি অন্তৰ্দ্বন্দ্বৰপৰা বেলেগ ধৰণৰ। নিজৰ মৌলিক অভাৱবোৰ পূৰণ কৰাৰ অৰ্থে সকলো চেষ্টা নকৰাটো অলসতাৰহে চিন। কিন্তু সেই চেষ্টাৰ নামত অসৎ পথ অনুসৰণ কৰাটো অতি হেয় কথা।

**ফ্ৰয়েডীয় দৰ্শন ঃ** এসময়ত ফ্ৰয়েডৰ তথ্যবোৰ পঢ়ি আমাৰ মনত এনে ধাৰণা হৈছিল যে সকল অন্তৰ্দ্বন্দ্ব গুচাবলৈকে প্ৰবৃত্তিবোৰক মুকলিমূৰীয়াকৈ এৰি দিব লাগে ; কিয়নো, অৱচেতন স্তৰত "চুপাৰ ইগো"ৰ কঢ়া দমন-নীতিৰ ফলত আমাৰ সচেতন মনটোত হেনো সংঘৰ্ষই দেখা দিয়ে আৰু তাৰে পৰিণামত হেনো ব্যক্তিৰ নানা



মানসিক সমস্যাৰ উদ্ভৱ হয়। কিন্তু বহুত দিনৰ অভিজ্ঞতা আৰু অধ্যয়নৰপৰা আমাৰ এই বিশ্বাস হৈছে যে ফ্ৰয়েডৰ বিশ্লেষণৰ ৰুগ্ন মত যেনে ভালকৈ খাটে, সুস্থ মনত তেনে ভালকৈ নাখাটে। মনৰ ভিতৰৰ বিবেক শক্তিয়ে যে চেতন-স্তৰতে যুক্তি-তৰ্ক বিচাৰ-বুদ্ধিৰে উতলা-প্ৰবৃত্তিক সংযত কৰিহে মনটোক সুস্থ অৱস্থাত ৰাখে, সেইটো অভিজ্ঞতা আৰু নানা চিন্তাশীল পুৰুষৰ গৱেষণাৰদ্বাৰা সমৰ্থিত সত্য।

**আমি ধৰ্মত কিয় গুৰুত্ব আৰোপ কৰোঁ ঃ** জীৱনৰ অন্যান্য ক্ষেত্ৰতো, সততাৰ আদৰ্শয়ে আমাৰ মতামতবোৰক ৰূপ দিছে। আমি ধৰ্মত এতিয়া বিশ্বাস কৰোঁ এই বুলিয়েই যে ই সৎ জীৱন যাপনৰ ওপৰত ডাঙৰ গুৰুত্ব অৰ্পণ কৰে। এই বিষয়ত সকলো ধৰ্মই একে কথাকে কয় আৰু সেই হেতু সকলো ধৰ্মতে আমাৰ সশ্ৰদ্ধ বিশ্বাস আছে। কিন্তু নীতি-ধৰ্মৰ বাহিৰে, আনুষ্ঠানিক ধৰ্মৰ ওপৰত আমাৰ বৰ বিশ্বাস নাই। পুৰোহিতে গোৱা মন্ত্ৰৰ সহায়ত স্বৰ্গলাভ কৰা বা ঐহিক জীৱনত কৃতিত্ব লাভ কৰা বা ফুল-তুলসী চটিয়াই, চন্দনৰ ফোঁট পিন্ধি, অথবা গোসাঁই ঘৰত শৰাই দি আত্মাৰ উন্নতি কৰা, এইবোৰত বিশ্বাস কৰিবলৈ মনক উপযুক্তভাৱে শিক্ষিত কৰি লব পৰা নাই। আনপাকে ঈশ্বৰৰ প্ৰতি মানুহৰ মনোযোগ আকৰ্ষণ কৰে দেখি, ধৰ্মৰ প্ৰতি সবিনয় শ্ৰদ্ধা আছে। সকলো মানুহৰে জীৱনতে এনে এটা সময় আহে (আৰু আমাৰো আহিছিল) যেতিয়া পৰিদৃশ্যমান জগতত কোনো নিয়ন্তা শক্তিৰ হাত আছে নে নাই জানিবলৈ মনটোৱে আগ্ৰহান্বিত হয়। আগ্ৰহান্বিত হয় এই কাৰণে যে নিজৰ জীৱন-দৰ্শনক যদি তেনে কোনো সৰ্বনিয়ন্তা শক্তিৰ কাৰ্যাকাৰ্যৰ লগত সংযুক্ত কৰিব পাৰি, তেন্তে জীৱন-যাত্ৰাত যথেষ্ট বল পোৱা যায়, জীৱনৰ নাওখনিক নানা ধুমুহাৰ মাজেদি নিৰ্ভয়ে বাই নিবলৈ শক্তি আহে। আমাৰ বিশ্বাস হৈছে যে এক ব্ৰহ্মাণ্ড-ব্যাপী চৈতন্য শক্তিয়ে বিশ্ব-চৰাচৰত বিয়পি আছে। চৈতন্য মানেই জড়ৰ বিপৰীত। গতিকে পৃথিৱীৰ অজড় কাৰ্য বা দৃশ্যবোৰতহে ইয়াৰ অস্তিত্ব অনুভৱ কৰিব পাৰি। ঊষাৰ সুৰুযৰ হেঙুলী ৰঙক জড়-বিজ্ঞানে বিশ্লেষণ কৰিব পাৰে, কিন্তু তাৰপৰা হোৱা সৌন্দৰ্যক বুজাব নোৱাৰে। কিয়নো এই সৌন্দৰ্য অজড় বস্তু, ই চৈতন্য শক্তিৰে প্ৰকাশ। মানুহ জড় আৰু চিৎ দুয়ো জগতৰ প্ৰাণী, সেইবাবে মানুহৰ মাজেৰেও চিৎ-শক্তিৰ প্ৰকাশ হব পাৰে। মানুহে অত্যধিক জড় প্ৰৱণতাৰ ধেঁৱাৰে নিজৰ ভিতৰৰ চিৎ-শক্তিক ঢাকি ৰাখে আৰু তাক সহজে মনিব নোৱাৰে। কিন্তু সত্যানুসৰণ, সৌন্দৰ্য-সাধনা, সততা আদিৰদ্বাৰা সেই চিৎ-শক্তিৰ অলপ অচৰপ সন্ধান পাব পাৰে।

**অদৃষ্টত অবিশ্বাস ঃ** 'অদৃষ্টৰ নিবন্ধন'ত আমাৰ বিশ্বাস নাই। অদৃষ্টৰ ওপৰত

নিৰ্ভৰ কৰি থকা হলে, মানৱ জাতিয়ে আজি উন্নতিৰ শিখৰত উঠিব নোৱাৰিলেহেঁতেন। লটাৰী খেলত ১ লাখ মানুহৰ ভিতৰত মাত্ৰ এজনে টকা পায় সেইটো অদৃষ্টৰ নিবন্ধনৰ দৃষ্টান্ত নহয়; সেইটো সম্ভাৱনাবহে উদাহৰণ। এই ক্ষেত্ৰত টকা পোৱাৰ সম্ভাৱনা এক লক্ষাংশ আৰু খেলটো নিৰ্মিতেই হৈছে সেই নীতিত। তেনেস্থলত এজনৰ বাহিৰে বাকী কোনোৱে নোপোৱাটো দূৰাদৃষ্ট নহয়। সেই দৰে সংসাৰৰ বেছিভাগ কামেই এনে ধৰণৰ যে তাত সকলোৱে সমানে, লাভবান হব নোৱাৰে। অদৃষ্টৰ ওপৰত দোষ দিয়া বেছিভাগ ঘটনাৰ মূলতে বিশ্লেষণ কৰিলে দেখা যায় আমাৰ অলসতা, অসততা, অসতৰ্কতা, অসমৰ্থতা, অনিয়মানুৱৰ্তিতা ইত্যাদি। বহুতো ক্ষেত্ৰত সামাজিক অনুষ্ঠানবোৰৰ খেলি-মেলিৰ হেতুকেও কিছুমান ঘটনা অদৃষ্টৰ পৰিণাম বুলি মানুহৰ ধাৰণা হয়, যেনে ধনী আৰু দুখীয়া হোৱাৰ সমস্যাটো বহুল দৃষ্টিৰপৰা চালে বুজা যায় যে আমাৰ আৰ্থিক অনুষ্ঠানবোৰ এনেদৰে গঢ়া আছে যে কেইটামান শ্ৰেণীৰ মানুহ সদায় ধনী হবই, অন্যবোৰ শ্ৰেণী দুখীয়া হোৱাটো অদৃষ্টৰ নিবন্ধন নহয়, আৰ্থিক অনুষ্ঠানৰ ত্ৰুটীৰহে পৰিণাম। জন্ম-মৃত্যু-বিবাহকো অদৃষ্টৰ নিবন্ধন বুলি কোৱা হয়, কিন্তু এইবোৰকো সামাজিক কাৰণৰ সহায়ত বুজাব পাৰি।

**বিজ্ঞানৰ ওপৰত বিশ্বাস :** মানুহৰ জীৱনৰ ওপৰত গ্ৰহ-উপগ্ৰহৰ কিবা প্ৰভাৱ আছে বুলি আমি কোনো দিনে বিশ্বাস কৰিব পৰা নাই। সেই দৰে হাতৰ ৰেখা চাই ভূত-ভৱিষ্যত নিৰ্ণয় কৰা কথাতো আমাৰ বিশ্বাস জন্মা নাই। এইবোৰ কথা এতিয়াও কোনো বৈজ্ঞানিক পন্থাৰে বুজাব পৰা হোৱা নাই। বিজ্ঞানৰ ওপৰত আমাৰ অটল বিশ্বাস।

আচলতে মনক সান্ত্বনা দিবৰ বাবেই বেছিভাগ সময়ত আমি 'অদৃষ্টৰ নিবন্ধন'ৰ দোহাই দিওঁ। কিন্তু এই দৃষ্টিভঙ্গীয়ে চিন্তাহীন মানুহৰ মনত অলসতাৰ সৃষ্টি কৰাৰ আশংকা আছে। উন্নতি কৰিব লাগিলে মানুহে অশেষ যত্ন পৰিশ্ৰম কৰিব লাগিব, অদৃষ্টৰ ওপৰত নিৰ্ভৰ কৰি থাকিলে নহব। সেই বুলি আমি এইটোও নাভাবোঁ যে জীৱনক আমি সন্তুষ্ট মনেৰে গ্ৰহণ কৰিব নালাগে। মনৰ সন্তুষ্টি আৰু অদৃষ্টবাদ একে বস্তু নহয়। জীৱনক সন্তুষ্ট চিত্তেৰে গ্ৰহণ কৰিব নোৱাৰিলে দুৰাকাংক্ষাৰ সৃষ্টি হয় আৰু দুৰাকাংক্ষা ব্যৰ্থ হলে মানসিক কষ্ট হয়। যথাৰ্থ উচ্চাকাংক্ষা আৰু দুৰাকাংক্ষাৰ মাজত সীমাৰেখা টনা বৰ সহজ কথা নহয়; কিন্তু মানুহে যদি নিজক ঠিকমতে চিনি পায়, তেন্তে তেনে সীমাৰেখা অন্ততঃ বহলভাৱে নিৰূপণ কৰাটো অত্যন্ত কঠিন বুলিও বিশ্বাস নহয়।



**জীৱনৰ শিক্ষা :** "যি কাম কৰা তাকে ভালকৈ কৰা" এই নীতিত আমি সম্পূৰ্ণ বিশ্বাস কৰোঁ। অকল যে নিজৰ আৰ্থিক অৱস্থাৰ উন্নতিৰ বাবে বা কোনো উপৰিস্থ মালিক বা বাইজৰ সন্তোষৰ বাবেহে এনে দৰে কাম কৰিব লাগে সেইটো নহয়, নিজৰ আভ্যন্তৰীণ শক্তিবোৰ ব্যৱহাৰ-হীনতাত গেলি-পচি নোযোৱাৰ অৰ্থেও তেনে কৰিব লাগে। মানুহৰ বেছিভাগ সময় কৰ্মজীৱনেই অধিকাৰ কৰি থাকে। সেই সময়তেই যদি নিজৰ শক্তি সামৰ্থ্যক তীখাৰ দৰে চোকা কৰি লোৱা নহয়, কোন সময়ত তেনে কৰিবলৈ মানুহে সময় পাব? নিজৰ শক্তি সামৰ্থ্যক উৎকৃষ্টতম স্তৰলৈ নিব নোৱাৰিলে মানুহ অসম্পূৰ্ণ হৈয়ে থাকে। এই দৃষ্টিভঙ্গী লৈ যদি কৰ্ম কৰা যায়, তেন্তে নিজৰ কৰ্মত আনন্দ আৰু সন্তুষ্টি পোৱা যায়। মনৰ শান্তিৰ কাৰণেও এনে দৃষ্টিভঙ্গী অতিকৈ গুৰুত্বপূৰ্ণ কথা।

জীৱনটো যাতে এঢলীয়া নহয়, সেইবাবে মানুহে অবিশ্ৰান্তভাৱে জ্ঞান উপাৰ্জন কৰি থাকিব লাগে। পুথি অধ্যয়নত আমাৰ অপৰিসীম বিশ্বাস। মানৱ-জাতিৰ সমস্ত জ্ঞানৰ ভঁৰাল এই পুথিবোৰ। এটা জীৱনত যে ইয়াৰ লক্ষাংশ পঢ়িবৰো সময় পোৱা নাযায়, এয়ে আমাৰ ক্ষোভ। অধ্যয়নে মানুহৰ কেন্দ্ৰচ্যুতিবোৰ বহু পৰিমাণে সংশোধন কৰে। কিন্তু তাতোকৈ বেছি ভালকৈ সংশোধিত হয়, মানুহৰ লগত মিলিজুলি থাকিলে। মনুষ্য-অধ্যয়নে বহুত সময়ত পুথি-অধ্যয়নতকৈও বেছি জ্ঞান দিয়ে। ই মানুহৰ মনৰ জোং-যাঠিবোৰ উলিয়াই পেলায় আৰু ব্যৱহাৰ নিমজ কৰে। ই নিজক চিনা কামটোও কিছু পৰিমাণে সহজ কৰে, যদিও আত্ম-জ্ঞানৰ কাৰণে নেৰানেপেৰা আত্ম-বিশ্লেষণ অপৰিহাৰ্য।

# মুক্তিতো নিস্পৃহ যিটো

মুক্তিতো নিস্পৃহ যিটো,
সেহি ভকতক নমো
বসময়ী মাগোহোঁ ভকতি।

মহাপুৰুষ মাধৱদেৱৰ পবিত্ৰ নামঘোষা পুথিখন এইফাঁকি পদেৰে আৰম্ভ হৈছে। এই পদ প্ৰতিজন অসমীয়াৰে মুখে মুখে। এই পদ ইমান চিনাকি যে ইয়াৰ ব্যাখ্যা কৰিবলৈ যাওঁতে মনত আশংকা হয় জানোচা ইয়াক সম্যকভাৱে আলোচনা কৰিব নোৱাৰাৰ দোষত ইয়াৰ গুৰুত্ব আৰু মৰ্যাদাৰ অৱমাননাহে কৰা হয়।

আৰম্ভণিতে উন্নুকিওৱা ভাল যে নামঘোষাৰ কোনো কোনো সংস্কৰণত 'মুক্তিতো' শব্দৰ ঠাইত 'মুক্তিত' শব্দ ব্যৱহাৰ কৰা হৈছে। কিন্তু তেনে কৰিলে ইয়াৰ অৰ্থ বিকৃত হোৱা যেনহে লাগে। 'মুক্তিত নিস্পৃহ' এই খণ্ডবাক্যৰ ব্যৱহাৰৰ পৰা এনে যুক্তি দৰ্শাব পাৰি যে মুক্তিৰ বাহিৰে অন্য বস্তুত স্পৃহা থকাটো দোষণীয় নহয়; যি ভকতৰ অন্য বস্তুত স্পৃহা আছে কিন্তু মুক্তিত স্পৃহা নাই সেই ভকত নমস্য। এইটো একেবাৰেই বিকৃত যুক্তি নহব নে? কিয়নো সংসাৰৰ অন্য বস্তু, অৰ্থাৎ ধন-জন, সা-সম্পত্তিৰ স্পৃহাৰপৰা আচলতে কষ্ট, ক্লেশ, দুখ, দুৰ্ভাৱনা হয়, আনপাকে মুক্তিৰ পৰা এইবোৰ চিৰকাললৈ অন্ত পৰে। গতিকে মুক্তিৰ প্ৰতি স্পৃহা হোৱাটো দোষণীয় নহৈ প্ৰশংসনীয়হে হোৱা উচিত। বৌদ্ধ ধৰ্মৰ মতে মুক্তিলাভ, নিৰ্বাণ, পুনৰ্জন্ম-নিবাৰণেই হৈছে মানৱৰ চৰম কাম্য বস্তু। এনেহেন ওখ আদৰ্শক দোষণীয় বুলি দলিয়াই পেলাব নোৱাৰি। এই পদফাঁকিত যি অৰ্থত মুক্তিৰ প্ৰতি নিস্পৃহ হোৱাৰ কথা কোৱা হৈছে, সেইটো এই যে মুক্তিৰ নিচিনা ওখ আদৰ্শৰ প্ৰতিও স্পৃহাহীন হৈ ভকতিকে বিচাৰিবা। অন্য বস্তুৰ প্ৰতি স্পৃহাহীনতো হবই লাগিব, সেইবোৰতকৈ বহু ওপৰ খাপৰ কাম্য-বস্তু মুক্তিৰ প্ৰতিও স্পৃহাহীন হব লাগিব,—কাৰণ ভক্তি তাতোকৈ ওখ-খাপৰ। এই অৰ্থ ভালকৈ ফুটি উঠে 'মুক্তিতো নিস্পৃহ' খণ্ডবাক্য ব্যৱহাৰ কৰিলে। তেনে কৰিলে "মুক্তিৰ প্ৰতি স্পৃহা নাৰাখিবা কিন্তু অন্য বস্তুৰ



প্ৰতি স্পৃহা ৰাখিবা" এনে বিকৃতাৰ্থৰ কোনো ঠাইয়ে নাথাকে। প্ৰকৃতপক্ষে যি মূল সংস্কৃত শ্লোকৰপৰা এই পদৰ অৱতাৰণা কৰা হৈছে, তাত 'মুক্তাৱপি' শব্দহে ব্যৱহাৰ কৰা আছে আৰু তাৰ অসমীয়া ভাঙনি 'মুক্তিতো'হে হব।

তেনেহলে এই পদৰ শুদ্ধ অৰ্থ এয়ে হব যে যি পুৰুষৰ অন্য বস্তুৰ প্ৰতি স্পৃহাতো নায়েই আনকি মুক্তিৰ প্ৰতিও স্পৃহা নাই আৰু একমাত্ৰ ভক্তিৰ প্ৰতিহে স্পৃহা আছে, সেই পুৰুষেই আমাৰ আদৰ্শ পুৰুষ। কাৰণ ভগৱানৰ প্ৰতি কৰা ভক্তিত এনে অপূৰ্ব ৰস আছে যে তাক পাবৰ কাৰণে অন্য বস্তুতো পৰিহাৰ্যই আনকি মুক্তিও পৰিহাৰৰ যোগ্য। মুক্তি হলেতো ভক্ত ভগৱানৰ লগত বিলীন হৈয়েই গ'ল, পুনৰ্জন্মৰো অন্ত পৰিল,—তেনে অৱস্থাত ভক্তই ভক্তি কৰিবৰ সুবিধাৰপৰা বঞ্চিত নহ'ল নে? কিন্তু ভক্তি কৰাৰ সুবিধাৰপৰা বঞ্চিত হোৱা মানে ভক্তিৰ যি অপূৰ্ব আধ্যাত্মিক আনন্দ, তাৰোপৰা বঞ্চিত হোৱা। সেই আনন্দৰপৰা বঞ্চিত হোৱাতকৈ মুক্তিৰপৰা বঞ্চিত হোৱাও ভাল।

**আকাশলংঘী উচ্চ আদৰ্শঃ** এই আদৰ্শ আকাশলংঘী উচ্চ আদৰ্শ। ই জীৱনক এক নতুন পথৰ সন্ধান দিছে। নিৰ্বাণৰ পথ হৈছে নৈৰাশ্যবাদৰ পথ, সেই পথৰ মতে জীৱনত যেনিবা দুখ, ক্লেশ, শোক, তাপৰ বাহিৰে আন একো নাই; গতিকে সেইবোৰৰপৰা হাত সাৰিবলৈকে আত্মাৰ বিলীনতাই কাম্য আদৰ্শ। কিন্তু নাম-ঘোষাৰ আদৰ্শই জীৱনক ভয় কৰা নাই; জীৱনৰ দুখ, ক্লেশ, শোক, তাপক ভয় কৰা নাই; ই জীৱনৰ পাৰ্থিৱ বস্তুবোৰ নিস্পৃহতাৰ ধোঁৱাৰে ঢাকি ৰাখি, সেইবোৰক তলৰ খাপতে থৈ, ভকতিৰ মহিমা-মণ্ডিত জেউতিত জীৱনক জ্যোতিষ্মান কৰি তুলিব খুজিছে। ই বিশ্ববাসীৰ বাবে পৰম আশ্বাসৰ বাণী।

কিন্তু এই আশ্বাস-বাণী ফলৱতী হব লাগিলে মানুহে স্পৃহা এৰিব লাগিব। সকলো সাংসাৰিক বস্তুৰ প্ৰতি স্পৃহা এৰিব লাগিব, ধন-জন, সা-সম্পত্তি, সুখ-সম্পদ, লাহ-বিলাহ, সকলোৰে প্ৰতি নিস্পৃহ হব লাগিব, আনকি অৱশেষত মুক্তিৰ প্ৰতিও নিস্পৃহ হব লাগিব। "মুক্তিৰো প্ৰতি নিস্পৃহ হোৱা" এনে উপদেশৰদ্বাৰা অন্য বস্তুৰ প্ৰতি বেছিকৈহে নিস্পৃহ হব লাগিব তাকে দুগুণ জোৰ দি বুজোৱা হৈছে।

**নিস্পৃহতা আৰু মিথ্যাচাৰঃ** কিন্তু মুক্তিৰ প্ৰতি নিস্পৃহ হোৱাৰ কথা নকওঁৱেই, অন্য বস্তুৰ প্ৰতি নো নিস্পৃহ হোৱা যায় কেনেকৈ? সংসাৰত থাকিবলৈ কাম-বন কৰিবই লাগিব, সা-সম্পত্তি, ধন-জন, বন্ধু-বান্ধৱ থাকিবই লাগিব,—হাত-ভৰি বান্ধি বহি থাকিলেতো নহব। "শৰীৰ যাত্ৰাপি চ তেন প্ৰসিধ্যেদকৰ্মণঃ।" (গীতা) আৰু হাত-ভৰি বান্ধি বহি থাকি স্পৃহাহীন হব পাৰিলে সিও এটা কথা আছিল,

কিন্তু তেনে অৱস্থাতো মনৰ প্ৰবৃত্তিবোৰে লুটপুটায়েই থাকে দেখোন! দিনৰ দিনটো লঘোন দি থকা মানুহে সন্ধিয়াৰ আগমনলৈ অতি উৎসুকচিত্তে অপেক্ষা কৰি থাকে, আৰু গৃহ-ত্যাগী সন্যাসীৰো কামনাৰ তাড়নাত চিত্ত চঞ্চল হয়। আমি লোকৰ বস্তু চুৰ নকৰোঁ বুলি হাত সাৰটি থাকোঁ সঁচা, কিন্তু লোকৰ ধন-সোণ দেখিলে মনেৰে হলে হিংসা-দ্বেষত জলি, পুৰি মৰোঁ। এনেকুৱা অৱস্থাক নিস্পৃহ অৱস্থা বুলিব নোৱাৰি, মিথ্যাচাৰহে বোলা উচিত।

কৰ্মেন্দ্ৰিয়াণি সংযম্য যঃ
আস্তে মনসাস্মৰণ
ইন্দ্ৰিয়াৰ্থান বিমূঢ়াত্মা মিথ্যাচাৰঃ
স উচ্যতে। (গীতা)

গতিকে হাত-ভাৰ বান্ধি নাথাকি কৰ্ম কৰিবই লাগিব, কিন্তু তাত মনটো লিপ্ত হব দিব নালাগিব। মনটো লিপ্ত হলেই সকলো অনৰ্থৰ উৎপত্তি। কিয়নো আসক্তি হলে, আসক্তিৰ বিষয়বস্তুক নাপালে, তাৰপৰা হতাশা অৱশ্যম্ভাৱী আৰু সেই হতাশাৰ পৰাই আমাৰ খং উঠে, খং উঠিলেই মানুহ হিতাহিত জ্ঞানশূন্য হয়। জ্ঞান হেৰুৱালে বিনাশ অনিবাৰ্য।

কামাৎ ক্ৰোধোঽভিজায়তে,
ক্ৰোধাৎ ভৱতি সম্মোহঃ
সম্মোহাৎ স্মৃতি-বিভ্ৰমঃ,
স্মৃতিভ্ৰংশাৎ বুদ্ধিনাশো,
বুদ্ধিনাশাৎ প্ৰণশ্যতি। (গীতা)।

গতিকে কৰ্ম কৰিও, তাৰ ফলৰ প্ৰতি আশা কৰি থাকিব নালাগে। কিয়নো ফল মনঃপূত নহলেই নৈৰাশ্য আৰু নৈৰাশ্যৰপৰা ক্ৰোধ আৰু ক্ৰোধৰপৰা ওপৰত কোৱা পৰিণামবোৰ হয়। কৰ্মফলৰ প্ৰতি নিস্পৃহ হব পাৰিলেই, সংসাৰৰ সা-সম্পত্তি, লাহ-বিলাহ, মান-যশ আদিৰ প্ৰতি নিস্পৃহ হৈ থাকিব পাৰি।

**সভ্যতাৰ ক্ৰম বিকাশ আৰু নিস্পৃহতাৰ আদৰ্শঃ** মানৱ জাতি এতিয়া সভ্যতাৰ এনে এটা স্তৰলৈ উঠিছে, য'ত কিছু নহয় কিছু পৰিমাণে প্ৰতিজন মানুহেই নিস্পৃহ হৈছেহি। সেয়ে নোহোৱা হলে, সভ্য জীৱন যাপন কৰাটো একেবাৰে অসম্ভৱেই হ'লহেঁতেন আৰু আমি বৰ্বৰ যুগতে আৱদ্ধ হৈ থাকিলোঁহেঁতেন। আমাৰ সা-সম্পত্তিৰ প্ৰতি থকা স্পৃহাৰ তুষ্টিয়েই যদি জীৱনৰ চৰম লক্ষ্য হ'লহেঁতেন, তেন্তে লোকৰ সম্পত্তি চুৰি ডকাইতি কৰাটোৱেই দৈনন্দিন জীৱনৰ কাৰ্য হৈ



পৰিলহেঁতেন। আমাৰ নিজৰ ল'ৰা-ছোৱালীৰ সুখ-সম্পদৰ স্পৃহাই জীৱনৰ একমাত্ৰ কৰ্তব্য হোৱা হলে, আনৰ ল'ৰা-ছোৱালীৰ অনিষ্ট সাধন কৰিও সেই স্পৃহা তুষ্ট কৰাত আমি পাছ নোহোঁহোকিলোহেঁতেন আৰু আচলতে তাহানি দাস প্ৰথা প্ৰচলনৰদ্বাৰাই আমি তাকেই কৰিছিলোঁ। কিন্তু আজিৰ দিনত, আমাৰ সা-সম্পত্তিৰ স্পৃহাক কিছু পৰিমাণে নিয়ন্ত্ৰণ কৰি আমি সমাজত চুৰি ডকাইতি আৰু অন্যান্য বিশৃংখলাৰ ওৰ পেলাব পাৰিছোঁ। তেনেকৈ একমাত্ৰ নিজ সতি-সন্ততিৰ সুখ সম্পদৰ স্পৃহাক কিছু পৰিমাণে নিয়ন্ত্ৰণ কৰি, অন্যৰ সতি-সন্ততিৰ সুখ-সম্পদৰ অন্তৰায়ক আঁতৰ কৰা হৈছে। এইবোৰ দৃষ্টান্তৰপৰা দেখা যায় যে মানৱ জাতিৰ ক্ৰমবিকাশত স্পৃহাহীনতা এটা ডাঙৰ শক্তি। ইয়েই মানৱ জাতিক খোপে খোপে ওপৰলৈ উঠাই নিছে। মানৱ-জাতিৰ সভ্যতা যিমান ওপৰ স্তৰলৈ উঠিছে, তিমানে স্পৃহাহীনতাৰ স্তৰো ওপৰলৈ উঠিছে; অৰ্থাৎ অকল দৈনন্দিন জীৱন সাপৰৰ নিৰাপত্তাৰ বাবেই স্পৃহাহীন হৈ মানৱ ক্ষান্ত হৈ থকা নাই; সত্য, ন্যায়, সততা আদি অ-জড় অৱস্থাৰ ভেটি গঢ়িবৰ বাবেও মহান পুৰুষসকল অতি ওখ স্তৰত স্পৃহাহীন হৈছেহি। সিসকলে সত্য, ন্যায় আদিৰ প্ৰতিষ্ঠাৰ বাবে নিজৰ জীৱনক একেবাৰে তুচ্ছ কৰিছে। বৰ্তমান যুগত মহাত্মা গান্ধী আৰু তাহানি কালত যীশুখ্ৰীষ্ট, বুদ্ধ, চক্ৰেটীচ আদিৰ আত্মত্যাগ এই অত্যুচ্চ স্পৃহাহীনতাৰ জলন্ত দৃষ্টান্ত।

**স্পৃহাৰ লক্ষ্য হব লাগিব সংসাৰলংঘী চিন্ময় শক্তিঃ** এইবোৰৰপৰা ইয়াকে দেখা যায় যে স্পৃহাহীনতাৰ আদৰ্শই মানৱ জাতিৰ উন্নতিৰ আশাৰ স্থল। কিন্তু এই আদৰ্শক কাৰ্যত পৰিণত কৰাটো নিচেই সহজ কথা নহয়। আমাৰ কৰ্মসমূহত আমাৰ মনটো সদায় লিপ্ত হৈ যাব খোজে। ই এক দুৰ্বাৰ আকৰ্ষণ। এই আৰ্কষণৰ হাত সাৰিব লাগিলে আমাৰ স্পৃহাক আমি সংসাৰলংঘী চিন্ময় শক্তিৰ প্ৰতি টোৱাব লাগিব। সকলো কৰ্ম, সকলো কৰ্মফল, সকলো ইচ্ছা, সকলো আশা, বিশ্ব-ব্ৰহ্মাণ্ডব্যাপী চিন্ময় শক্তিত অৰ্পণ কৰিলে সংসাৰৰ ধন-জন, সা-সম্পত্তি, মান-যশ আদি তুচ্ছ যেন অনুভূত হব আৰু তেতিয়া সেইবোৰৰ প্ৰতি স্পৃহা কমি আহিব। সেই বাবেই গীতাত ভগৱানে কৈছিল,—"মন্মনা ভৱ মদ্ভক্তো মদযাজী মাং নমস্কুৰু।" এই চিন্ময় শক্তি আমাৰ সংসাৰতে কিছু পৰিমাণে প্ৰকাশিত হৈ আছে, বিশেষতঃ অ-জড় ক্ষেত্ৰত। ফুলটো জড় হলেও, তাৰ সৌন্দৰ্য অ-জড়। সত্য আন এটা অ-জড় দৃশ্য। ইয়াক তুলাচনীৰে জুখিব নোৱাৰি আৰু অংকৰে গণিব নোৱাৰি, কিন্তু ইয়াৰ অস্তিত্ব চিত্তেৰে অনুভৱ কৰিব পাৰি। সদ্-জীৱন বা সততা আন এটা অ-জড় দৃশ্য। এইবোৰ চিন্ময় শক্তিৰে প্ৰকাশ। আমাৰ শাস্ত্ৰবোৰত এই

শক্তিক “সত্যম্ শিৱম্ সুন্দৰম্”—এই বাক্যৰদ্বাৰা বুজোৱা হৈছে। এইবোৰৰ প্ৰতি স্পৃহা হলে, ধন-জন, মান-যশ, সা-সম্পত্তিৰ প্ৰতি স্পৃহা নোহোৱা হয় আৰু সংসাৰৰ দুখ-ক্লেশ, হা-হুতাশ, বেদনা-যাতনা, সহজতে সহ্য হৈ পৰে। সত্যৰ প্ৰতি অসীম স্পৃহা থকাৰ বাবেই মহাত্মা গান্ধীয়ে অৰ্দ্ধনগ্ন ফকিৰৰ জীৱন যাপন কৰিছিল আৰু আনপাকে প্ৰবল পৰাক্ৰমী বৃটিচ সাম্ৰাজ্যৰ লগত হিংসাহীন যুঁজ কৰিব পাৰিছিল। সত্যৰ কাৰণে চক্ৰেটীচে হাঁহি হাঁহি বিষ খাব পাৰিছিল। সততাৰ কাৰণে ৰজা হৰিশ্চন্দ্ৰই ৰাজ্য, ধন, পুত্ৰ, পৰিয়াল, সকলোকে এৰিব পাৰিছিল, এণ্টনিঅই চাইলকক নিজৰ বুকুৰ মাংস জীৱন্ত অৱস্থাত কাটি দিবলৈ আগ বাঢ়িব পাৰিছিল। সুন্দৰৰ প্ৰতি অসীম স্পৃহাৰ কাৰণেই কবিয়ে সংসাৰৰ সুখ-সম্পদ এৰি দৰিদ্ৰ জীৱন যাপন কৰিবলৈ টান নাপায়। সুন্দৰৰ আকৰ্ষণতেই সাংসাৰিক জীৱনৰ স্পৃহা এৰি সিদিনালৈকে আটিষ্ট গঁগাই টাহিটি দ্বীপৰ অসভ্য জাতিৰ মাজত গলিত কুষ্ঠ ৰোগত ভুগিও চিৰ-সন্তুষ্ট জীৱন যাপন কৰিব পাৰিছিল।

**মহাপুৰুষীয়া ধৰ্মৰ মূল আদৰ্শ ৰসময়ী ভকতি :** গতিকে, চিন্ময় শক্তিৰ প্ৰতি একান্ত স্পৃহা হলে, ধন-জন, মান-যশ, ৰূপ-ৰস, ক্ষমতা আদিৰ স্পৃহাক সহজতে অতিক্ৰম কৰিব পাৰি। চিন্ময় শক্তিৰ স্পৃহাত যি আনন্দ বা ৰস আছে, সংসাৰৰ আন কোনো বস্তুতে সেই আনন্দ বা ৰস নাই। শ্ৰীমাধৱদেৱে ইয়াকে ৰসময়ী ভকতি বুলি কৈছে। এই ৰস ইমান ওখ থাপৰ যে তাৰ তুলনাত পাৰ্থিৱ বস্তুবোৰৰপৰা পোৱা আনন্দতো তুচ্ছই, আনকি মোক্ষলাভৰ আশাও তুচ্ছ হৈ পৰে। সেই দেখি নাম-ঘোষাৰ মোখনিতে শ্ৰীমাধৱদেৱে পৰামৰ্শ দিছে যে “মুক্তিবো প্ৰতি নিস্পৃহ হৈ ভকতিকেহে বিচাৰিবা।”

সামৰণিত ইয়াকে কব পাৰি যে এই পদফাঁকিতে মহাপুৰুষীয়া ধৰ্মৰ মূল নীতি-কেইটাও প্ৰকাশিত হৈছে। অনাসক্তিবাদ এই ধৰ্মৰ এটা প্ৰধান অংগ, তাক এই পদৰ নিস্পৃহ আদৰ্শৰদ্বাৰাই ইঙ্গিত দিয়া হৈছে। দ্বিতীয়তে অদ্বৈতবাদতকৈ বিশিষ্ট অদ্বৈতবাদহে এই ধৰ্মত বেছিকৈ সমৰ্থিত হৈছে ;—মুক্তিৰদ্বাৰা বিলীন হৈ যোৱাতকৈ ভগৱানৰপৰা বেলেগ হৈ থাকিব খোজা আদৰ্শৰপৰাই এই কথা প্ৰকাশিত হৈছে। তৃতীয়তে ভাগৱতৰ ভক্তিমাৰ্গক এই পদত সমৰ্থন কৰা হৈছে ; শ্ৰীমাধৱদেৱে ৰসময়ী ভকতিকেহে বিচাৰিছে, মুকুতি বিচৰা নাই।

# মহাপুৰুষীয়া ধৰ্ম আৰু চেতনাবাদী বিজ্ঞান

“এক দেৱ, এক সেৱ, এক বিনে নাহি কেৱ”—এই সৰল কথাফাঁকিয়ে মহাপুৰুষীয়া ধৰ্মৰ মূলতথ্য প্ৰকাশ কৰিছে। ইয়াৰ সহজ অৰ্থ এয়ে যে তেত্ৰিছ কোটি দেৱতা থাকিলেও, সেই সকলোবিলাক এক ঈশ্বৰৰ অসংখ্য ৰূপেৰে প্ৰকাশ। এক ঈশ্বৰক সেৱা কৰিলে, সেইসকল দেৱতাক সেৱা কৰিবৰ আৱশ্যক নাই। গছৰ গুৰিত পানী দিলে যেনেকৈ ঠালঠেঙুলিবোৰ এনেয়ে পুষ্ট হয়, এক ঈশ্বৰক ভজন কৰিলে তেনেকৈ বাকী দেৱতাসকল এনেয়ে তুষ্ট হয়।

যেন জল দান দিলে, বৃক্ষৰ মূলত,
হোৱয় তৃপিতি ডাল পত্ৰ পুষ্প যত,
সেহি মতে কৃষ্ণক আৰাধে যিটোজন,
ভৈল তাৰ সমস্ত দেৱক আৰাধন। (ভক্তিৰত্নাৱলী)

পৃথিৱীৰ সকলোবোৰ উল্লেখযোগ্য ধৰ্মই এই প্ৰকাৰৰ একেশ্বৰবাদ গ্ৰহণ কৰিছে। কিন্তু ওপৰত উল্লিখিত “এক বিনে নাহি কেৱ” পদফাঁকি ইয়াতকৈ বহুত বেছি বহল ভাৱে ব্যাখ্যা কৰিব পাৰি। “এক বিনে নাহি কেৱ” এই কথা অকল যে দেৱতাসকলৰ বেলিকাহে খাটে এনে নহয়, এই কথা গোটেই বিশ্বব্ৰহ্মাণ্ডতে খাটে। সমস্ত ব্ৰহ্মাণ্ডতে একৰ বাহিৰে অন্য নাই। কি জীৱজগত, কি জড়জগত, কি আকাশ, কি পাতাল, কি ভূত, কি ভৱিষ্যত, সকলোৱে মূলতে এক। বাহিৰত দেখা প্ৰভেদ-বিভেদ মাত্ৰ উপৰুৱা, দ'কৈ গমি চালে সেই সকলোৱে মূলতে শেহত গৈ একেটাকে পোৱা যায়।

এই বিৰাট বিশ্বত এইটো সম্ভৱ হব পাৰে কেনেকৈ? দেখাত প্ৰত্যেকজন মানুহেই বেলেগ, প্ৰত্যেকটা জন্তুৱেই বেলেগ, প্ৰত্যেকটি বস্তুৱেই বেলেগ। সোণ আৰু ৰূপ একে নহয়, কাঠ আৰু শিল একে নহয়, নিজৰা আৰু সাগৰ একে নহয়, বাঘ আৰু মেকুৰী একে নহয়, মানুহ আৰু বান্দৰ একে নহয়, প্ৰেম আৰু হিংসা একে নহয়, মন আৰু বুদ্ধি একে নহয়, নৈতিক সাহ আৰু শাৰীৰিক শক্তি একে নহয়। এই অসংখ্য বিভেদৰ মাজত ঐক্য বিচাৰি পোৱা যায় কেনেকৈ?

এই অনৈক্য দেখা যায় জড়জগততে বেছি। জড়জগতৰ বস্তুবোৰ চকুৰে মনিব পাৰি, কাণেৰে শুনিব পাৰি, নাকেৰে শুঙিব পাৰি, জিভাৰে চাখিব পাৰি, হাতেৰে চুব পাৰি। এইবোৰৰদ্বাৰা জড় বস্তুৰ বিভেদবোৰ প্ৰত্যক্ষভাৱে প্ৰমাণ কৰিব পাৰি। কিন্তু আচলতে প্ৰত্যক্ষ প্ৰমাণ যেন লগা ধাৰণা সঁচা নহয়। মেজ, চকী, দুৱাৰ, খিৰিকী, চতি, বাতাম, কয়লা, হীৰা, এইবোৰ আচলতে একেটা মূলবস্তু কাৰ্বনৰে ৰূপান্তৰ মাথোন। জুৰি, নদী, সাগৰ, মেঘ, বৰফ, ভাঁপ, এইবোৰ পানীৰ ৰূপান্তৰ মাথোন। পানী আকৌ হাইড্ৰোজেন অক্সিজেনৰ ৰূপান্তৰ। এই দৰে জড়জগতৰ সকলো বস্তুৰ মূলতে মাত্ৰ কেইটা মান মূলবস্তু আছে। সেই দিনাখনলৈকে পণ্ডিত সকলে বিশ্বাস কৰিছিল যে তেনে-মূলবস্তুৰ সংখ্যা ৯২টা। এই ৯২টা মূলবস্তুৰ নানা-ৰকম অৱস্থা বিভেদে নাইবা নানা প্ৰকাৰৰ সংযোগৰদ্বাৰাই, জড়জগতৰ সকলো বস্তুৰ উৎপত্তি হৈছে। আকাশ-পাতাল, বা-বতাহ, নৈ-উপনৈ, পাহাৰ-পৰ্বত, তেজ-মঙহ, হাড়-হিমেজু, এই সকলোৰে গুৰিতে ৯২ টা মূলবস্তু।

কিন্তু আজিৰ বিজ্ঞানে এই মূলবস্তুৰ মৌলিকতাও নিৰৰ্থক বুলি প্ৰমাণ কৰিছে। বিজ্ঞানে মূলবস্তুৰ অণুবোৰ ভাঙিব পাৰিছে আৰু ভাঙি দেখিছে যে সকলো মূলবস্তুৰ ভিতৰতে একে ধৰণৰ পৰমাণুকে পোৱা যায়, অৰ্থাৎ বেলেগ বেলেগ বস্তুত এই পৰমাণুবোৰৰ সংখ্যা আৰু গতিবিধি বেলেগ বেলেগ হয়—এয়ে মাত্ৰ প্ৰভেদ। এই ইলেকট্ৰন-প্ৰটনবোৰ হেনো যন্ত্ৰেৰেও মনিব নোৱাৰি, কোনো উপায়ে জুখিব নোৱাৰি, ইহঁতক হেনো অঙ্কেৰেহে প্ৰমাণ কৰিব পাৰি। জড়জগতৰ শেষ-বস্তু ইলেকট্ৰন আৰু প্ৰটন, ইও প্ৰত্যক্ষ প্ৰমাণৰ বাহিৰ হৈ পৰিল। জড়জগতৰ নানা প্ৰভেদ-বিভেদ চৰম-সীমাত গৈ নাইকিয়া হৈছে। সেই দেখি বৈজ্ঞানিকসকলে নিজেই আজি জড়জগতৰ বাস্তৱতা সম্বন্ধে সন্দিহান হৈছে। এই প্ৰসঙ্গত ছাৰ আৰ্থাৰ এডিংটনৰ তলত দিয়া কথাখিনি বিশেষকৈ মন কৰিব লগীয়া ঃ

"বাস্তৱতাক বিচাৰি বিচাৰি বৈজ্ঞানিকে পানীৰপৰা অণু, অণুৰপৰা পৰমাণুৰ মাজ পাইছেহি, কিন্তু তাতে গৈ বাস্তৱতাক হেৰুৱাই পেলাইছে।

গোটেই বাহ্যিক জগতখন মনে মগজুৰ সহায়েৰে ৰচনা কৰে।...মনেই হ'ল প্ৰথম আৰু প্ৰত্যক্ষ অভিজ্ঞতা, বাকী সকলো পৰোক্ষ অনুমান।"

ছাৰ মেমছ জীন্‌ছে কৈছে যে জড়পদাৰ্থবোৰ চৈতন্য শক্তিৰেই প্ৰকাশ মাত্ৰ।

মেক্সপ্লেঙ্কে কৈছে যে জড়পদাৰ্থ চৈতন্য শক্তিৰপৰা উদ্ভূত।

ছান্দোগ্য উপনিষদৰ এটা উপকথা আজিৰ বিজ্ঞানৰ সিদ্ধান্তৰ লগত অদ্ভুতভাৱে



মিলে। এই উপকথাত ব্ৰহ্মৰ বিষয়ে, বাপেক আৰু পুতেকৰ মাজত এইদৰে কথা বতৰা হৈছিল ঃ

বাপেকে কলে, "বোপা, সৌ গছৰপৰা এটা ফল পাৰি আনা।"

পুতেকে কলে, "এয়া আনিলোঁ, পিতা।"

"ফলটো ভাঙা।"

"ভাঙিলোঁ পিতা।"

"কি দেখিছা ?"

"অসংখ্য গুটি দেখিছোঁ, প্ৰায় চকুৰে মনিব নোৱাৰা সৰু সৰু গুটি।"

"গুটি এটা ভাঙাচোন।"

"ভাঙিলোঁ, পিতা।"

"কি দেখিছা ?"

"একোকে নেদেখোঁ দেখোন।"

তেতিয়া বাপেকে কলে,—"বোপা চকুৰে নেদেখা যি অবৰ্ণনীয় শক্তি তাত আছে, সেই শক্তিতেই বৃহৎ গছজোপা বৰ্তি আছে। মই সঁচাকৈ কৈছোঁ, বিশ্ব-চৰাচৰত যিয়েই বৰ্তি আছে, তাৰেই মূলত এই অবৰ্ণনীয় শক্তি। ইয়েই সত্য। ইয়েই আত্মা। ইয়েই ব্ৰহ্ম। আৰু তুমিও ইয়েই।"

বৰ্তমান যুগৰ বৈজ্ঞানিক আবিষ্কাৰৰপৰা এইয়েই প্ৰতিপন্ন হয় যে জড়-জগতৰ নানাবিধৰ বস্তুবোৰ বেলেগ নহয়, ই একেটা শক্তিৰ বিকাশ মাত্ৰ আৰু এই শক্তি চৈতন্যময় শক্তি। এই বিশ্বব্ৰহ্মাণ্ডত দুখন জগত আছে, জড়জগত আৰু চিৎজগত। মানুহ এই দুয়ো জগতৰে জীৱ,—তাৰ শৰীৰটো জড়জগতৰ কিন্তু তাৰ মন, চিত্ত, আত্মা চিৎজগতৰ। জড়জগত একেটা শক্তিৰদ্বাৰা আবৃত আৰু সেই শক্তিক চিন্ময় শক্তি বুলি প্ৰথম শ্ৰেণীৰ বৈজ্ঞানিকসকলে কয়। এতিয়া মানুহৰ মনত যে এক বিৰাট বিশ্ব মনেৰে অবিচ্ছিন্ন অংশ তাকো মনোবৈজ্ঞানিকসকলে কব ধৰিছে। মানুহৰ মন গাইপতি বেলেগ নহয়। এক বিশ্ব মনে আমাৰ ব্যক্তিগত মনবোৰক আগুৰি আছে। আমাৰ মনবোৰ যেনিবা সেই বিশ্বমনত বুৰি আছে। ঘৰ বান্ধি দিলে আকাশৰ ক্ষুদ্ৰ অংশ এটা ঘৰৰ ভিতৰত আৱদ্ধ হয়, কিন্তু ঘৰৰ ভিতৰৰ আকাশ আৰু বাহিৰৰ আকাশ একেই বস্তু। সেই দৰে বিশ্বমনৰ অংশ এটা মানুহৰ শৰীৰত আৱদ্ধ হলেও ই বিশ্বমনৰপৰা বেলেগ নহয়। বৰ্তমান যুগত 'টেলিপেথী' আৰু 'ক্লেৰভয়েন্স' এই কথাকে প্ৰমাণ কৰিছে। মনোবৈজ্ঞানিকে পৰীক্ষা কৰি দেখুৱাইছে যে ২৫০ মাইল দূৰৈত থকা দুজন মানুহে ভাৱৰ আদান-প্ৰদান কৰিব পাৰে। ১৭৫৯ চনত ষ্টকহ'ম

নগৰখন জুই লাগি পুৰি যাওঁতে কেবা শ মাইল আঁতৰৰপৰা ইমানুৱেল ছুইডেনবাৰ্গ নামৰ মানুহ এজনে পৰিষ্কাৰভাৱে সেই অগ্নিকাণ্ড দেখা পাইছিল আৰু তাৰ শুদ্ধ বিৱৰণী লগে লগে দি গৈছিল। এগৰাকী আমেৰিকান মহিলাই চীনদেশত থাকোঁতে এদিনাখন ৰাতি হঠাতে সাৰ পাই উঠি অনুভৱ কৰিলে যেন তেওঁৰ নিজৰ মাকে মাতিছে। পিছত জনা গ'ল যে ঠিক সেই সময়তে আমেৰিকাত থকা তেওঁৰ মাকে মৰোঁ মৰোঁ অৱস্থাত তেওঁক চাবৰ কাৰণে ইচ্ছা প্ৰকাশ কৰিছিল। এনেকুৱা শ' শ' ঘটনাই ইয়াকে দেখুৱায়ে যে ব্যক্তিগত মানুহৰ মনে স্থান, কাল আৰু শৰীৰৰ বন্ধন অতিক্ৰম কৰি বিশ্বমনৰ মাধ্যমেদি আন ব্যক্তিৰ মনৰ লগত সংযুক্ত হব পাৰে। জগৎবিখ্যাত মনোবিশ্লেষক ইয়ুংৱে কয় যে মানুহৰ ব্যক্তিগত মনটো বিশ্বমনৰ লগত সংলগ্ন আৰু এই বিশ্বমন চিৰচৈতন্যময় অবিনশ্বৰ, অনন্ত আৰু অনাদি-কাল-ব্যাপী।

এতিয়া দেখা গ'ল যে বৰ্তমান যুগৰ পদাৰ্থবিজ্ঞান আৰু মনোবিজ্ঞান দুয়োটিয়ে প্ৰকৃত সত্যক বিচাৰি গৈ ইয়াকে পাইছে যে একেটামাত্ৰ চিৎশক্তিয়ে গোটেই বিশ্বচৰাচৰ বিয়পি আছে। ইয়েই বিশ্বৰ ঐক্য-সূত্ৰ। কি জড়, কি জীৱ, সকলোকে এই চৈতন্যময় শক্তিয়ে আগুৰি আছে। সেই চৈতন্যময় শক্তিকে আশ্ৰয় কৰি জড়জগত গঢ়ি উঠিছে। বৈজ্ঞানিক মেক্সপ্লেঙ্কে কৈছে, "মই চিৎশক্তিকে মৌলিক শক্তি বুলি ভাবোঁ। জড়পদাৰ্থ এই চিৎশক্তিৰপৰাই উদ্ভূত।" মানুহৰ নিজৰ জড় শৰীৰও এই চিৎশক্তিকে আশ্ৰয় কৰি উদ্ভূত। আমাৰ নামঘোষাত এই সত্যকে বৰ্ণোৱা হৈছে :

"যিহেতু চৈতন্য পূৰ্ণ পৰমাত্মা ৰূপে হৰি
হৃদয়ত আছন্ত প্ৰকাশি,
তাতেহে ইন্দ্ৰিয়গণ ভূত, প্ৰাণ, বুদ্ধি, মন
প্ৰৱৰ্তে যতেক জড়-ৰাশি।"

আমাৰ উপনিষদবোৰত আৰু বেদান্ত শাস্ত্ৰত বহুযুগ আগতে এই সত্যকে ঘোষণা কৰা হৈছিল। এই বিশ্বব্যাপী চিৎশক্তিক তাত ব্ৰহ্ম বোলা হৈছিল। ব্ৰহ্মাৰদ্বাৰাই বিশ্বৰ সকলো জড় আৰু চেতন বস্তু সৃষ্ট আৰু প্ৰতিপালিত। ব্ৰহ্মই জড় আৰু আত্মা দুয়োকে আগুৰি আছে। ব্ৰহ্মৰ বাহিৰে আমি একো দেখিব নোৱাৰোঁ, শুনিব নোৱাৰোঁ, জানিব নোৱাৰোঁ।

শ্ৰীমন্ত শঙ্কৰদেৱে 'বেদস্তুতি'ত কৈছে :

"তুমি সত্য-ব্ৰহ্ম তোমাত প্ৰকাশে
জগত ইটো অসন্ত।
জগততো সদা তুমিয়ে প্ৰকাশ
অন্তৰ্যামী ভগৱন্ত।"

বিশ্বব্ৰহ্মাণ্ডব্যাপী এই চৈতন্যশক্তি কেনেকুৱা তাক কোনোৱে কব নোৱাৰে। ইয়াৰ কোনো আকাৰ নাই, আদি নাই, অন্ত নাই। এই নিৰাকাৰ অনাদি, অনন্ত শক্তিৰ ধাৰণা মানুহে কেনেকৈ কৰিব ?

"অব্যক্ত ঈশ্বৰ হৰি কিমতে পূজিবা তাঙ্ক,
ব্যাপকত কিবা বিসৰ্জন।
এতাৱন্ত মূৰ্তিশূন্য কেনেমতে চিন্তিবাহা
ৰাম বুলি শুদ্ধ কৰা মন।" (নামঘোষা)

এনেকুৱা শক্তিৰ সম্যক ধাৰণা মানুহে কৰিব নোৱাৰে, কিয়নো মানুহৰ বুদ্ধি সীমাবদ্ধ। মানুহৰ নশ্বৰ দেহাটোৰ জড়তাৰ হেতুকে মানুহে সদায় সীমাৰ ভিতৰতে চিন্তা কৰিব লাগে। মানুহৰ বুদ্ধিয়ে স্থান, কাল আৰু কাৰ্যকাৰণৰ সীমাৰ ভিতৰত চিন্তা কৰিবৰ বাধ্য। সীমাবদ্ধ চিন্তাৰে অসীম, অনন্ত আৰু স্থান-কালৰ অতীত চৈতন্য শক্তিক সম্পূৰ্ণভাৱে বুজাটো মানুহৰ পক্ষে একৰকম অসম্ভৱেই। কিন্তু সেই শক্তিক অন্ততঃ কিছু পৰিমাণে উপলব্ধি কৰিব পাৰি নিজৰ ভিতৰত থকা চিৎশক্তিৰ সহায়ত। ঋষি-মুনিসকলে সেই শক্তিক উপলব্ধি কৰিছিল, কিন্তু সেই শক্তিক বৰ্ণাব নোৱাৰিছিল কাৰণ মানৱ জাতিৰ মাজত এনে ভাষাৰ সৃষ্টি হোৱা নাই যাৰদ্বাৰা এই শক্তিৰ বৰ্ণনা দিব পাৰি। এই শক্তি অবৰ্ণনীয়। উপনিষদৰ এটা উপাখ্যান মতে যাজ্ঞবল্ক্যক তেওঁৰ শিষ্যসকলে সুধিছিল, "দেৱতাসকল ইন্দ্ৰত বৰ্তে, ইন্দ্ৰ পৰমেশ্বৰত বৰ্তে, পৰমেশ্বৰ ব্ৰহ্মত বৰ্তে, ব্ৰহ্ম নো কিহত বৰ্তে ?" যাজ্ঞবল্ক্যই উত্তৰ দিছিল, "বেছি কথা নুসুধিবা।" অৰ্থাৎ সুধিলেও "মই ভাষাৰে উত্তৰ দি বুজাব নোৱাৰোঁ।" আন এটা উপাখ্যানত বাহ্বমুনিক ৰজা ভাস্কালিয়ে ব্ৰহ্মৰ বিষয়ে সোধাত তেওঁ মৌন হৈ থাকিছিল। বাৰে বাৰে সোধাত ৰব নোৱাৰি শেষত উত্তৰ দিছিল, —"মই উত্তৰ দিয়ে আছোঁ, তুমিহে বুজা নাই।" অৰ্থাৎ "ভাষাৰে মই তোমাক বুজাব নোৱাৰোঁ!" তৰ্কযুক্তিৰদ্বাৰা এই চিৎশক্তিক বুজিব নোৱাৰি।

"তৰ্কশাস্ত্ৰ মহাব্যাঘ্ৰী তাহান নিপুণ পতি
তাৰ শিষ্য ভৈল পুত্ৰ প্ৰায়,
সংসাৰ বনত পশি, পতি পুত্ৰ সমন্বিতে
উপনিষদ, ধেনু ধৰি খায়।" (নামঘোষা)

এই চিৎশক্তিক উপলব্ধি কৰিব পাৰি মাত্ৰ আন্তৰিক অনুভূতিৰদ্বাৰা। এই

উপলব্ধি প্ৰত্যক্ষ উপলব্ধি যদিও ই সম্পূৰ্ণ উপলব্ধি হোৱা সম্ভৱ নহয়।

"আত্মা ঈশ্বৰক লাগ প্ৰত্যক্ষ সততে পায়
নাপায় জানা তাঙ্ক অবিত্মাত।" (নামঘোষা)

প্ৰত্যক্ষ উপলব্ধি কৰা এটা উপায় হৈছে শুদ্ধ ভক্তিৰদ্বাৰা। এই উপায়েৰে পৃথিৱীৰ বহুতো মহান ধৰ্মপৰায়ণ পুৰুষে চিন্ময় শক্তিক প্ৰত্যক্ষ উপলব্ধি কৰাৰ প্ৰমাণ পোৱা যায়। শ্ৰীমন্ত শঙ্কদেৱৰ 'কীৰ্তনঘোষা', শ্ৰীমাধৱদেৱৰ 'নামঘোষা' আৰু তেখেতসকলৰ অন্যান্য অমূল্য গ্ৰন্থত এই ভক্তিমাৰ্গৰ মহিমাকে নানা ধৰণেৰে বৰ্ণোৱা হৈছে। ভক্তিৰদ্বাৰা যেতিয়া চিন্ময় শক্তিৰ উপলব্ধি হয়, তেতিয়া এনে এক অবৰ্ণনীয় আনন্দৰ সৃষ্টি হয় যে ভক্তই তেতিয়া বিশ্বজগতৰ অন্য একোকে নিবিচাৰে। আন কি সংসাৰৰপৰা মুক্ত হৈ সেই চিন্ময় শক্তিৰ লগত লীন হৈ থাকিবলৈকো নিবিচাৰে, কাৰণ লীন হৈ গলে উপলব্ধিৰ যি অনিৰ্বচনীয় আনন্দ তাৰপৰা জীৱ বঞ্চিত হয়। এই কথাকে শ্ৰীমাধৱদেৱে নামঘোষাৰ প্ৰথম পদতেই তেখেতৰ অমৃতময়ী ভাষাৰে এই দৰে লিখিছে :

"মুক্তিতো নিস্পৃহ যিটো সেহি ভকতক নমো,
ৰসময়ী মাগোহোঁ ভকতি।"

শ্ৰীমদ্ভাগৱত শাস্ত্ৰ এই ভক্তিৰসৰে অমিয় গীতিকা। এই ভগৱত শাস্ত্ৰৰ ৰসৰ সোৱাদ যি এবাৰ পাইছে, সি মোক্ষকো নিবিচাৰে কাৰণ ইয়াৰ জৰিয়তে প্ৰকৃত ভক্তিৰদ্বাৰা চিন্ময় শক্তিক উপলব্ধি কৰিব পাৰি।

"মহা ভাগৱত ৰস মাধৱৰ নাম যশ
তাক পান কৰিলে যি জনে,
কৃষ্ণৰ চৰণ চিত্ত দিয়া মোক্ষ আদি ৰসে
ৰতি আন নকৰয় মনে।"

দুজনা গুৰুৰ বাহিৰেও ভাৰতৰ অন্যান্য ধৰ্মগুৰু, কবীৰ, মীৰাবাই, ৰামানন্দ, শ্ৰীচৈতন্য, শ্ৰীৰামকৃষ্ণ আদিয়ে ভক্তিৰদ্বাৰাই চৈতন্যময় শক্তিক উপলব্ধি কৰিব পাৰিছিল। আমাৰ কীৰ্তনঘোষা আৰু নামঘোষা পুথিত দুজনা গুৰুৱে প্ৰত্যেক শাৰীতে ভক্তিমাৰ্গৰ কথাকে বৰ্ণাই গৈছে :

"শুনা পৰমাৰ্থ তত্ত্ব শ্ৰীমন্ত শঙ্কৰ মত
ধৰিয়োক সজ্জন সকল
হৰিৰ কীৰ্তন কৰি সুখে সংসাৰত তৰি
পাইবা ভক্তি পৰম নিৰ্মল।" (নামঘোষা)

# সামাজিক নৈতিকতা

**ব্যক্তিগত নৈতিক ভাব :** আমাৰ যিকোনো কাম বা আচৰণ বা চিন্তাধাৰা উচিত হৈছে নে নাই তাক আমি বিচাৰ কৰোঁ নৈতিক ভাবৰদ্বাৰা। প্ৰত্যেক মানুহৰে মনৰ মাজত কম-বেছি পৰিমাণে নৈতিক ভাব আছে। ইয়াক আমি ব্যক্তিগত নৈতিকতা বুলিব পাৰোঁ। এই নৈতিকতাৰ সহায়ত মানুহে নিজৰ আৰু আনৰ আচৰণৰ ভাল-বেয়া বিচাৰ কৰে। অৱশ্যে বেয়া বুলি বিচাৰ কৰিও মানুহে বহুত সময়ত অৱস্থাৰ পাকত পৰি অথবা লোভ-মোহ-কাম-ক্ৰোধৰ বা স্বাৰ্থৰ বশীভূত হৈ বেয়া কাম কৰে,—সেইটো এটা বেলেগ কথা। আমাৰ আলোচ্যৰ বিষয় হৈছে 'ভাল বেয়া' বা 'উচিত অনুচিত' বুলি বিচাৰ কৰোঁতা শক্তিৰ ভিতৰতেই কিবা কেৰোণ থাকিব পাৰে নে নাই। মই যিটো কাম বা আচৰণক সৰ্বান্তঃকৰণে অনুচিত বুলি বিচাৰ কৰিছোঁ, সেই কাম বা আচৰণক আন এজন মানুহে তেনেকৈয়ে সৰ্বান্তঃকৰণে অনুচিত বুলি বিচাৰ কৰিব নে? যদি নকৰে, তেনেহলে মানুহে প্ৰতি নৈতিক ভাব বেলেগ নহব নে? আৰু তেতিয়া হলে সমাজত আচৰণ বা ব্যৱহাৰৰ কোনো স্বীকৃত মান থাকিব নে? আৰু তেনে সমাজত ব্যৱহাৰিক অৰাজকতাই ৰাজত্ব নকৰিব নে?

**ব্যক্তিগত নৈতিক ভাব সামাজিক নৈতিক ভাবৰদ্বাৰা নিয়ন্ত্ৰিত :** আচলতে ব্যক্তিগত নৈতিক ভাব সামাজিক নৈতিক ভাবৰ প্ৰভাৱতহে গঢ়ি উঠে। প্ৰত্যেক সমাজতে সামাজিক নৈতিক ভাবৰ এটা স্বীকৃত মান আছে। এই সামাজিক মানৰ প্ৰভাৱতে ব্যক্তিগত নৈতিক ভাববোৰ ল'ৰা কালৰপৰাই মনৰ ভিতৰত গজালি মেলে আৰু বয়সৰ লগে লগে ঠন্ ধৰি উঠে। "গুৰুজনক মানি চলিবা," "লোকৰ বস্তুলৈ লোভ নকৰিবা", "সদায় সঁচা কথা কবা," দুখীয়াক মৰম কৰিবা", "দুৰ্বলক সহায় কৰিবা," "অশ্লীল শব্দ উচ্চাৰণ নকৰিবা,"—এনেবোৰ নীতি বাক্য সৰু ল'ৰাৰ কাণত দিনে ৰাতিয়ে মাক-বাপেক আৰু ওচৰচুবুৰীয়া সমাজে গাই থাকে। এইবোৰে গৈ লাহে লাহে তাৰ মনত নৈতিক ভাবৰ গুটি সিঁচে। অৱশ্যে পিছৰ জীৱনত,

সমাজৰ কথা আৰু কামৰ মাজত পাৰ্থক্য দেখি বহুতে বিদ্ৰোহী ভাবাপন্নও হয় আৰু শৈশৱৰ নৈতিক ভাবক দলিয়াই পেলায়। আন পাকে অন্য কিছুমানে নিজৰ স্বকীয়া চিন্তা আৰু অভিজ্ঞতাৰদ্বাৰা ব্যক্তিগত নৈতিক ভাবৰ মান সামাজিক নৈতিকতাৰ মানতকৈ বহু ওপৰ থাপলৈ উধাবলৈ সক্ষম হয়। তেনে মহাপুৰুষে নিজৰ চেষ্টাৰদ্বাৰা গোটেই সমাজৰ নৈতিকতাৰ মানকে এটা নতুন আৰু ওখ থাপলৈ নিয়াব পাৰে। বুদ্ধদেৱ, যীশুখ্ৰীষ্ট আৰু মহাত্মা গান্ধীয়ে নিজৰ ব্যক্তিগত নৈতিকতাৰ প্ৰভাৱত সামাজিক নৈতিকতাৰ মান অতি ওখ থাপলৈ নিবলৈ সক্ষম হৈছিল। কিন্তু তেনেকুৱা দুই চাৰিজন মহাপুৰুষৰ কথা বাদ দিলে বাকী সৰ্বসাধাৰণ মানুহৰ ব্যক্তিগত নৈতিক ভাব সামাজিক নৈতিকতাৰদ্বাৰাই নিয়ন্ত্ৰিত হয়।

**সামাজিক নৈতিক ভাব কেনেকৈ গঢ়ি উঠে :** সামাজিক নৈতিকভাব একে দিনে, একে সময়তে গঢ়ি নুঠে। বহুকালৰ বুৰঞ্জী, ধৰ্মবিশ্বাস, পৌৰাণিক আখ্যান, নীতি শাস্ত্ৰ, আচৰণ, সামাজিক সংস্কৃতি, মহাপুৰুষসকলৰ উপদেশ আৰু তেওঁলোকৰ জীৱনৰ আদৰ্শ,—এই সকলোবোৰৰ প্ৰভাৱত সামাজিক নৈতিকতা গঢ়ি উঠে। ভাৰতবৰ্ষত হিন্দুসকলৰ ঘৰে ঘৰে ৰামায়ণ আৰু মহাভাৰতৰ কাহিনীবোৰ দিনে-ৰাতিয়ে চৰ্চা হৈ থাকে। ৰাম আৰু সীতাৰ যি চৰিত্ৰ ৰামায়ণত অংকিত হৈছে সি প্ৰত্যেক ল'ৰা-ছোৱালীৰ মনতে দকৈ সাঁচ বহুৱাই দিয়ে। ৰামৰ সত্যপৰায়ণতা, সীতাৰ পতি পৰায়ণতা আৰু দুয়োৰে আত্মত্যাগৰ আহিঁয়ে কৰ নোৱাৰাকৈয়ে মনৰ মাজত এটা নৈতিকতাৰ ৰূপ ধাৰণ কৰে। তেনেকৈ খ্ৰীষ্টিয়ান-সকলৰ মাজত মোজেছৰ "দহোটা আদেশে" আৰু যীশুৰ "পাহাৰৰ ওপৰৰ ভাষণে" নৈতিকতাৰ এটা আহিঁ গঢ়ি তোলে। গীতাৰ নিষ্কাম ধৰ্মৰ আদৰ্শই চিন্তাশীল মানুহৰ মনত ওখ থাপৰ নৈতিক ভাবৰ সৃষ্টি কৰে। স্মৃতিশাস্ত্ৰৰ নিয়মবোৰ সৰ্বসাধাৰণৰ মাজত সংস্কৃতিত পৰিণত হয়। যুদ্ধক্ষেত্ৰত বিজিত শত্ৰুৰ প্ৰতি সদয় হোৱাটো মধ্যযুগৰ ইউৰোপত 'ছিভাল্‌ৰি'ৰ আদৰ্শ আছিল,—আজিৰ দিনত যুদ্ধক্ষেত্ৰত সেই আদৰ্শ নচলে যদিও খেল-ধেমালিৰ ক্ষেত্ৰত সেই আদৰ্শ জেতাই বিজিতক কৰমৰ্দন কৰা আচৰণত ক্ষীণভাৱে জীয়াই আছে। 'ছিভাল্‌ৰি' যুগৰ আন এটা আদৰ্শ নাৰীৰ সন্মান, সি আজি সমজীৱনৰ স্বীকৃত নীতিত পৰিণত হৈছে। ব্যৱসায়ৰ ক্ষেত্ৰত ধাৰলৈ দিয়া ধনৰ সুদ লোৱা যে অনুচিত, এই নীতি মুছলিম সম্প্ৰদায়ৰ মাজত প্ৰচলিত আছে, ৰাজনীতি ক্ষেত্ৰত ব্ৰিটেইনৰ গোটেই সংবিধানখনেই কিছুমান অলিখিত সামাজিক নৈতিক আচৰণৰ ওপৰত প্ৰতিষ্ঠিত ; কোনো লিখিত আইনৰ বাধ্যবাধকতা নাই যদিও, নিন্দাসূচক প্ৰস্তাৱ গৃহীত



হোৱা মাত্ৰকে ব্ৰিটেইনৰ মন্ত্ৰীসভাই স্বেচ্ছাই কাৰ্যভাৰ এৰি দিয়ে। আন কি কেতিয়াবা বাতৰি কাকতসমূহৰ কটু সমালোচনা লক্ষ্য কৰিও কাৰ্যভাৰ এৰি দিয়ে।

এই দৰে নানা জটিল প্ৰভাৱৰ টনাটনিত সমাজৰ মাজত নৈতিকতাৰ এটা স্বীকৃত মানৰ সৃষ্টি হয়। সেই মানৰ মূল্য ইমান বেছি যে আইনে সেই নৈতিকতাক বাস্তৱতে ৰূপায়িত কৰকেই বা নকৰক, ব্যক্তিয়ে তাক সৰ্বদাই মানি চলে। নচলিলে সি সমাজৰ গৰিহণা খায় আৰু বেছিভাগ মানুহেই আইনৰ শাস্তিতকৈ সমাজৰ গৰিহণাক বেছি ভয় কৰে।

**সামাজিক নৈতিকতাই ব্যক্তিৰ আচৰণ নিয়ন্ত্ৰণ কৰাৰ দৃষ্টান্ত :** বহু কালৰ, বহু ঠাইৰ, বহু প্ৰভাৱত গঢ়ি উঠা সামাজিক নৈতিকতাই ব্যক্তিগত নৈতিকতাক নিয়ন্ত্ৰণ কৰে আৰু ব্যক্তিগত নৈতিকতাই ব্যক্তিৰ দৈনন্দিন জীৱনৰ কাৰ্য আৰু আচৰণ নিয়ন্ত্ৰণ কৰে। চুৰ কৰিলে ধৰা পৰি আইনতঃ শাস্তি পাব এই ভয়ত মানুহে চুৰ নকৰাকৈ নাথাকে, কাৰণ ধৰা নপৰাকৈ চুৰ কৰাটো বৰ টান কাম নহয়। মনৰ মাজৰ নৈতিকতাই চুৰ কৰা বেয়া কাম বুলি কৈ থাকে, সেই বাবেই সৰ্বসাধাৰণ মানুহে সুবিধা পায়ো চুৰ নকৰে। তেনেকৈয়ে, অবলা নাৰীক লাঞ্ছনা কৰাৰ সুবিধা পায়ো সৰ্বসাধাৰণে নাৰীক লাঞ্ছনা নকৰে, আইনৰ ভয়ত নহয়, নৈতিকতাৰ গুণত। আনপাকে তাহানিকালত, স্পাৰ্টা ৰাজ্যত সামাজিক নৈতিকতাৰ মতে "দুৰ্বল মানুহ দেশৰ বোজা মাথোন" এই আদৰ্শ প্ৰচলিত আছিল আৰু তাৰ ভয়ংকৰ প্ৰভাৱত পৰি মাক-বাপেকে শিশুবোৰক কঠোৰ জাৰকালিও ঘৰৰ বাহিৰত থৈ দি সিহঁতৰ শাৰীৰিক শক্তিৰ পৰীক্ষা কৰিছিল। বহুতো শিশু মৰিছিল, কিন্তু স্পাৰ্টাৰ ভুল সামাজিক নৈতিকতাৰ আদৰ্শই এনেকুৱা নিষ্ঠুৰ আচৰণক সমৰ্থন কৰিছিল। তেনেকৈয়ে 'মূৰ চিকাৰ' নীতি কিছুমান জনজাতিৰ মাজত সামাজিক নৈতিকতাৰ স্বীকৃত আদৰ্শ, গতিকে 'মূৰ চিকাৰ' কৰোঁতা ব্যক্তিয়ে তেনে সমাজত গৰিহণা নাপাই প্ৰশংসাহে পাইছিল।

**সামাজিক নৈতিকতাৰ ওপৰত সমাজৰ উদ্‌গতি অধোগতি নিৰ্ভৰ কৰে :** এই বিশ্লেষণৰপৰা ইয়াকে দেখা যায় যে সামাজিক নৈতিকতা এটা অতি গুৰুত্বপূৰ্ণ বিষয়। ইয়াৰ ওপৰত অকল যে ব্যক্তিৰ আচৰণহে নিৰ্ভৰ কৰে এনে নহয়, গোটেই সমাজৰে উদ্‌গতি অধোগতিও ইয়াৰ ওপৰতে নিৰ্ভৰ কৰে। যি সমাজৰ সামাজিক নৈতিকতাৰ মান ওখ থাপৰ, সেই সমাজৰ ব্যক্তিগত নৈতিকতাও ওখ থাপৰ আৰু সেই সমাজ উন্নতিৰ পথত আগবাঢ়ি যাবলৈ সহজতে সক্ষম হয়। যি

সমাজৰ সামাজিক নৈতিকতাৰ মান তল খাপৰ, সেই সমাজে অধোগতিৰ পাপচক্ৰৰ পৰা উদ্ধাৰ পোৱাটো কঠিন হৈ পৰে।

কোন সমাজৰ সামাজিক নৈতিকতা ওখ খাপৰ আৰু কোন সমাজৰ তল খাপৰ, তাক জানিবৰ উপায় কি? এইখিনিতেই সামাজিক মূল্যবোধৰ প্ৰশ্ন উঠে। কিছুমান নীতিক সমাজে মূল্যৱান বুলি ধৰে। হয়তো বহু যুগৰ অভিজ্ঞতা অথবা দাৰ্শনিক উপলব্ধিৰপৰা সমাজে শিকে যে কিছুমান নীতিৰ মূল্য যুগমীয়া, সেইবোৰৰ কোনো পৰিবৰ্তন নাই, সেইবোৰক ভেটি কৰিহে সমাজৰ আন মূল্যবোৰ সৃষ্টি হয় বা বৰ্তি থাকে। যেনে সত্যৰ মূল্য চিৰন্তন আৰু বিশ্বব্যাপী। সত্যক বাদ দিলে, ব্যক্তিৰ, পৰিবাৰৰ আৰু সমাজৰ কোনো আচৰণেই বিশৃংখল নোহোৱাকৈ নাথাকে। তেনেকৈ সততাৰ কাৰণেহে মানৱ জীৱনৰ নিৰাপত্তা আৰু সন্মান সংৰক্ষিত হৈছে। তেনেকৈ সুন্দৰৰ আদৰ্শতহে সমাজৰ কৃষ্টি, সাহিত্য আৰু সংস্কৃতি গঢ়ি উঠিছে আৰু সংৰক্ষিত হৈছে। সত্য, সততা, সুন্দৰ—এই তিনিটা মানৱ সমাজৰ চৰম মূল্য। অন্য সকলো বস্তুৰ মূল্য আৰু নীতিৰ মূল্য এই তিনিটা মূল্যৰপৰাই উদ্ভূত হৈছে। সেই দেখি এই তিনিটাই নৈতিকতাৰ সৰ্বোচ্চ আদৰ্শ। সামাজিক নৈতিকতা এই তিনি মূল্যৰ যিমানে ওচৰ চাপে, সি তিমানে ওখ খাপৰ হয় আৰু সি যিমানে দূৰলৈ যায়, তিমানে তল খাপৰ হয়। এই দৰে চিৰন্তন মূল্যৰ মাপকাঠিৰে সামাজিক নৈতিকতাৰ মান ওখ নে তল খাপৰ তাক বিচাৰ কৰিব পাৰি।

**নৈতিক আদৰ্শ, নৈতিক অনুষ্ঠান আৰু নৈতিক আচৰণে সামাজিক নৈতিকতা নিয়ন্ত্ৰণ কৰেঃ** এইখিনিতে উনুকিয়াই থোৱা উচিত হব যে বাস্তৱ ক্ষেত্ৰত অকল আদৰ্শৰ ওপৰতে সামাজিক নৈতিকতা নিৰ্ভৰ নকৰে। নৈতিক আদৰ্শ ওখ হলেও যদি সমাজৰ নৈতিক অনুষ্ঠান আৰু ব্যক্তিৰ আচৰণ ওখ খাপৰ নহয়, তেনেহলে শেষ পৰিণামত সামাজিক নৈতিকতাও তল খাপৰ হব পাৰে। আচলতে তিনিটা মূল বস্তুৰদ্বাৰাই সামাজিক নৈতিকতা নিয়ন্ত্ৰিত হয়; (১) নৈতিকতাৰ আদৰ্শ, (২) নৈতিক অনুষ্ঠানসমূহ আৰু (৩) নৈতিক আচৰণ। নৈতিক আদৰ্শ সম্বন্ধে এই প্ৰবন্ধত অলপ আগতে বহলাই আলোচনা কৰা হৈছে। সমাজৰ নৈতিক অনুষ্ঠানবোৰৰ ভিতৰত পাৰিবাৰিক অনুষ্ঠান, ধৰ্মানুষ্ঠান, শিক্ষানুষ্ঠান আৰু ৰাজনৈতিক অনুষ্ঠানেই প্ৰধান। নৈতিক আচৰণ সম্বন্ধে ইয়াকে থূলমূলকৈ কব পাৰি যে সমাজত বাস কৰা মানুহবোৰে সামাজিক নৈতিক আদৰ্শ মতে আচৰণ কৰিলেহে সামাজিক নৈতিকতা আদৰ্শানুযায়ী ওখ হব, অৰ্থাৎ ওখ আদৰ্শক কাৰ্যত পৰিণত কৰিলেহে সামাজিক নৈতিকতাও ওখ খাপৰ হব। যি



সমাজত আদৰ্শ, অনুষ্ঠান আৰু আচৰণৰ সমন্বয় আছে, সেই সমাজৰ নৈতিকতা ওখ খাপতে স্থায়ী হৈ থাকে; য'ত এই তিনিটাৰ সমন্বয় নাই, ত'ত সামাজিক বিশৃংখলাই দেখা দিয়ে।

**ভুল নৈতিক আদৰ্শ ইত্যাদিৰ কু-পৰিণামঃ** কেতিয়াবা কেতিয়াবা আদৰ্শৰ গুৰিতেও ভুল থাকে আৰু তেতিয়া অনুষ্ঠান আৰু আচৰণ ভাল হলেও সমাজ বিপথগামী হয়। এই সন্দৰ্ভত নাজি জাৰ্মানীৰ অৱস্থাই জলন্ত উদাহৰণ। ইমান ওখ-খাপৰ আনুষ্ঠানিক আৰু ব্যক্তিগত নৈপুণ্য থকা সত্বেও ভুল আদৰ্শৰদ্বাৰা (যেনে একমাত্ৰ নৰ্দিক জাতিয়েহে সৰ্ব শ্ৰেষ্ঠ জাতি) অনুপ্ৰাণিত জাৰ্মান জাতিয়ে নিজ দেশৰ ভিতৰত নৰকৰ সৃষ্টি কৰিছিল আৰু গোটেই পৃথিৱীতে অশান্তিৰ জুই জলাইছিল। আন পাকে ভাল নৈতিক আদৰ্শ থাকিলেও অনুষ্ঠানসমূহ আদৰ্শৰ লগত খাপ নোখোৱা বিধৰ হলে, সমাজৰ উন্নতিত বাধা পৰে। "কুকুৰ গৰ্দভ শাৰ্দূলৰো আত্মাৰাম"—এনেকুৱা ওখ খাপৰ নৈতিক আদৰ্শ মানুহৰ মুখে মুখে প্ৰচলিত থকা সত্বেও ভাৰতবৰ্ষত জাতিভেদৰ অনুষ্ঠানে ইমান দৃঢ়কৈ শিপাই আছে যে লাখ লাখ মানুহক আমি মানুহৰ সন্মান দিব পৰা নাই। তৃতীয়তে, অনুষ্ঠান আৰু আদৰ্শ এই দুয়োটাই ভাল হলেও, মানুহৰ আচৰণ যদি সেইবোৰৰ প্ৰতিকূলে হয়, তেনেহলেও সমাজৰ অধোগতি হয়। এই সন্দৰ্ভত মধ্যযুগৰ ইউৰোপৰ ধৰ্মগুৰু-সকলৰ বাধ্যতামূলক চিৰকুমাৰ জীৱনৰ উদাহৰণ দিয়া হয়। নামত চিৰকুমাৰ হলেও তেওঁলোকৰ বেছিভাগেই আদৰ্শক নেওচি ব্যভিচাৰপূৰ্ণ জীৱন যাপন কৰিছিল, আৰু সেই বাবেই পিছত বেছিভাগ ধৰ্ম-সম্প্ৰদায়েই বাধ্যতামূলক চিৰ-কৌমাৰ্য উঠাই দিছিল।

**ভাৰতবৰ্ষৰ আদৰ্শ, অনুষ্ঠান আৰু আচৰণঃ** এই আলোচনাৰপৰা দেখা গ'ল যে নৈতিক আদৰ্শ, নৈতিক অনুষ্ঠান আৰু নৈতিক আচৰণ এই তিনিটাৰ সমন্বয় ৰাখিব পাৰিলে সমাজত বিশৃংখলাৰ হাত সাৰিব পাৰি আৰু সমাজে উন্নতিৰ পথত আগবাঢ়িব পাৰে। আমাৰ দেশত এই সমন্বয় দেখা যায় নে? আদৰ্শৰ ফালৰপৰা ভাৰতৰ নৈতিকতা ওখ খাপতেই আছে বুলিব পাৰি। কিন্তু অনুষ্ঠানৰ বেলিকা কিছু ভাল, কিছু বেয়া মিহলি হৈ আছে। আমাৰ ৰাজনৈতিক অনুষ্ঠানবোৰ গণতন্ত্ৰৰ আদৰ্শত গঠিত। গণতন্ত্ৰক আনুষ্ঠানিক দুৰ্নীতি বিৰোধী বুলি কোৱা হয়। একনায়কত্ববাদী অনুষ্ঠানত দুৰ্নীতিয়ে বেছি সুবিধা পায়, কিয়নো তাত ব্যক্তি স্বাধীনতা নাই আৰু মুকলি আলোচনাৰ অধিকাৰ নাই। কিন্তু যিহেতু জনমতেই গণতন্ত্ৰৰ প্ৰকৃত শাসক, জনমত সক্ৰিয়ভাৱে দুৰ্নীতি

বিৰোধী নহলে, গণতন্ত্ৰতো দুৰ্নীতি দমন কৰা সহজ কথা নহয়। আনপাকে যিহেতু গণতান্ত্ৰিক প্ৰশাসনৰ লগত সৰ্বসাধাৰণ মানুহ বেছি ঘনিষ্ঠভাৱে জড়িত হৈ পৰে, এবাৰ দুৰ্নীতিয়ে শিপা মেলিলে ইয়াত দুৰ্নীতি ব্যাপক হৈ পৰাৰ আশংকাও আছে। আমাৰ দেশখন এতিয়া এনে এটা অৱস্থালৈ পিচলি যাব ধৰিছে যেন লাগে। আন আন অনুষ্ঠানৰ ভিতৰত আমাৰ ধৰ্মানুষ্ঠানবোৰ নৈতিকতা সম্পৰ্কত নিষ্ক্ৰিয় হৈ আছে বুলি কলে বঢ়াই কোৱা নহয়। ধৰ্মৰ গভীৰ তত্ত্ব নাইবা দাৰ্শনিক ফালটোত জোৰ দিয়েই তেওঁলোক ক্ষান্ত থকা যেন লাগে। আনপাকে কিছুমান অনুষ্ঠানে ধৰ্মৰ একেবাৰে উপৰুৱা ফালটো লৈয়েই ব্যস্ত হোৱা দেখা যায়, যেনে ৰং-ধেমালি, ঢোল-দগৰ, যাত্ৰা-গান ইত্যাদি। আমাৰ শিক্ষানুষ্ঠানবোৰত সক্ৰিয়ভাৱে কোনো নৈতিক শিক্ষা দিয়া নহয়। আমাৰ পাৰিবাৰিক অনুষ্ঠানতেই যিবা অলপ-অচৰপ নৈতিক শিক্ষা এতিয়াও চলি আছে। কিন্তু অবাঞ্চিত বাহিৰৰ হাৱা লাগি, পাৰিবাৰিক বান্ধোনবোৰো লাহে লাহে শিথিল হৈ আহিছে। জাতিভেদ অনুষ্ঠানে আমাৰ নৈতিক প্ৰগতিত সদায়ে বাধা দি আহিছে। এইদৰে আমাৰ নৈতিক অনুষ্ঠানবোৰৰ কিছুমান ভাল, কিছুমান বেয়া, এই অৱস্থাতে আমাৰ সমাজখন চলি আছে। উপযোগী সংস্কাৰ কৰিলে এই অনুষ্ঠানবোৰ আমাৰ নৈতিক আদৰ্শৰ লগত খাপ খুৱাব পাৰি বুলি আমাৰ দৃঢ় বিশ্বাস।

আচৰণৰ বেলিকা আমাৰ অৱস্থা সন্তোষজনক নহয়। আমাৰ কথা আৰু কামৰ অৰ্থাৎ আদৰ্শ আৰু আচৰণৰ যে সমন্বয় নাই, এই কথা প্ৰায় সকলো চিন্তাশীল মানুহেই স্বীকাৰ কৰে। আদৰ্শৰ ফালৰপৰা আমি দুৰ্নীতিক নিন্দা কৰোঁ, কিন্তু আচৰণৰ ফালৰপৰা দুৰ্নীতিক সহ্য কৰোঁ আৰু জানি-শুনিও প্ৰশ্ৰয় দিওঁ। বহুত সময়ত দেখিও নেদেখা হৈ থাকোঁ। দুৰ্নীতিৰ সহায়ত আঢ্যৱন্ত হোৱা মানুহৰ লগত অসহযোগ কৰাটো দূৰৰ কথা বৰঞ্চ তেওঁৰ প্ৰতিপত্তি দেখি বহুত সময়ত তেওঁৰ সমৰ্থকহে হওঁ। কোনো দুৰ্নীতি-পৰায়ণ কৰ্মচাৰীৰ বিৰুদ্ধে নালিচ কৰিলে আমাৰ সমাজত তাৰ সাক্ষ্য পোৱা টান হৈ পৰে। লক্ষ্য কৰিব লগীয়া কথা এই যে অকল কিছুমান কৰ্মচাৰীৰ মাজতেই দুৰ্নীতি আৱদ্ধ নহয়, জীৱনৰ বেছিভাগ ক্ষেত্ৰতেই দুৰ্নীতিৰ বিহ বিয়পি পৰিছে। ব্যৱসায়ৰ ক্ষেত্ৰততো দুৰ্নীতি একৰকম খোলাভাৱেই প্ৰচলিত হৈছে, চিনেমাৰ টিকেট বেচাৰপৰা আৰম্ভ কৰি ৰেল-জাহাজেৰে লাখ লাখ টন বস্তু পৰিবহন কৰালৈকে। যেতিয়া এই দৰে অনুষ্ঠান আৰু আদৰ্শৰ লগত মানুহৰ আচৰণ ব্যাপকভাৱে খাপ নোখোৱা হয়, তেতিয়া অনুষ্ঠানবোৰ পৰিবৰ্তন কৰিব লগীয়া হয়। কিন্তু যেতিয়া ভাৰতৰ নিচিনাকৈ, দুৰ্নীতিয়ে সকলো অনুষ্ঠানতে বিয়পি পৰে,



তেতিয়া এটা দুটা অনুষ্ঠানৰ পৰিবৰ্তনৰপৰা বিশেষ ফল ধৰা দেখা নাযায়। তেতিয়া অনুষ্ঠানবোৰৰ বহল পৰিবৰ্তনৰ আৱশ্যক হৈ পৰে। এনে পৰিবৰ্তনকে সামাজিক বিপ্লৱ বোলা হয়। কেতিয়াবা কেতিয়াবা এনেকুৱা সময়ত একো একোজন মহাপুৰুষৰ আবিৰ্ভাৱ হোৱাত, এই ধৰণৰ পৰিবৰ্তন দ্ৰুতগতিত সামাধা হয়। ভাৰতত ৰাজা ৰামমোহন ৰায় আৰু মহাত্মা গান্ধীৰ আবিৰ্ভাৱৰ পিছত ভাৰতৰ সামাজিক নৈতিকতা বহু পৰিমাণে ওথ খাপলৈ পৰিবৰ্তিত হৈছিল। অন্যান্য দেশতো এনে উদাহৰণ বহুতো আছে। কিন্তু কোনো কৰ্তব্যপৰায়ণ দেশেই এনে মহাপুৰুষৰ আবিৰ্ভাৱৰ বাবে অপেক্ষা কৰি, হাত সাৱটি বহি থাকিব নোৱাৰে। অনিশ্চিত কাললৈ অপেক্ষা কৰাৰ পৰিণামত, দেশত ধ্বংসমূলক ধুমুহা বৈ যোৱাৰ গুৰুতৰ আশংকা থাকে।

# গান্ধীজী সম্পৰ্কে একেষাৰ

গান্ধীজীৰ সকলোবোৰ নীতিৰ মূলতে আছিল অহিংস নীতি। এই মূল নীতিৰ-পৰাই তেখেতৰ অন্যান্য প্ৰধান নীতিবোৰৰ উদ্ভৱ হৈছিল। এই নীতি বিশ্বজনীন নীতি। আমি সকলোৱে মানো যে আমাৰ পাৰিবাৰিক জীৱন এই নীতিৰ ওপৰত প্ৰতিষ্ঠিত। কিন্তু পৰিবাৰৰ দুৱাৰদলি পাৰ হলেই এই নীতিৰ কাৰ্যকাৰিতা সম্বন্ধে সন্দেহৰ সৃষ্টি হয়। কিয়নো সমাজত জানো প্ৰত্যেকটো পৰিয়ালে আন পৰিয়ালৰ লগত সৰ্বদায় হিংসাত্মক প্ৰতিদ্বন্দ্বিতা কৰি থকা নাই? দিনে-নিশাই যি কোনো উপায়েৰে আনক তল পেলাই নিজে উঠিবৰ চেষ্টা কৰাটোৱেই আমাৰ মৌলিক প্ৰবৃত্তি নহয় জানো? কিন্তু অলপ দ'কৈ গমি চালেই বুজিব পাৰি যে মানৱ জাতিৰ অস্তিত্বই নৰ'লহেঁতেন যদিহে হিংসাত্মক নীতিয়ে সামাজিক ক্ষেত্ৰত জয়লাভ কৰিলে-হেঁতেন। বহু যুগ আগতেই হিংস্ৰ জন্তুৰ উৎপাতত মানৱ জাতি পৃথিৱীৰপৰা অন্তৰ্হিত হ'লহেঁতেন আৰু বাঘ, ভালুক, সিংহ আৰু উৰণীয়া সৰ্পই পৃথিৱীত ৰাজত্ব কৰিলেহেঁতেন! কিন্তু এই প্ৰৱল পৰাক্ৰমী হিংস্ৰ জন্তুবোৰ পৃথিৱীৰপৰা হয় অন্তৰ্হিত হৈছে, নহয় হবলৈ ধৰিছে। আনপাকে নিমাখিত পৰুৱা আৰু মৌ-মাখিয়ে পৰস্পৰক সহায় কৰাৰ গুণত এতিয়াও বৃদ্ধি পাই আছে। প্ৰিন্স ক্ৰপট্‌কিন আদি সমাজ তাত্ত্বিক পণ্ডিতসকলে কয় যে মানৱ জাতিৰো অস্তিত্ব আৰু উন্নতি পৰস্পৰক সহায় কৰা সুপ্ৰবৃত্তিৰ ওপৰতে নিৰ্ভৰ কৰে।

হিংসাত্মক নীতিয়ে কোনো সমস্যাৰ সম্পূৰ্ণ সমাধান কৰিব নোৱাৰে। এটা সমস্যাৰ সমাধান কৰিবলৈ যাওঁতে ই এশ এটা নতুন সমস্যাৰ সৃষ্টি কৰে। সুমহান উদ্দেশ্য সিদ্ধিৰ কাৰণেও হিংসা নীতিৰ আশ্ৰয় লোৱাটো মহাত্মা গান্ধীয়ে সমৰ্থন নকৰিছিল, কিয়নো উদ্দেশ্য মহান হলেই নহব, পন্থাও মহান হব লাগিব। অসৎ কাৰ্যপন্থাই সৎ উদ্দেশ্যৰ সততা নষ্ট কৰে। সাম্যৰ প্ৰতিষ্ঠা সৎ উদ্দেশ্য; কিন্তু ইয়াৰ প্ৰতিষ্ঠাৰ বাবে যিবোৰ দেশ বা সমাজে হিংসাৰ আশ্ৰয় লৈছিল, তেওঁলোকে বহু বছৰৰ পিছতো সেই হিংসা নীতিৰ পৰিণামৰপৰা মুক্তি পোৱা নাই। সেইবোৰ দেশৰ মানুহ ডিক্টেটৰছিপৰ লোৰ চকৰিৰ তলত চেপা খাই আছে।

মহাত্মা গান্ধীয়ে অহিংস নীতিক এটা সুদূৰ লক্ষ্য মাত্ৰ বুলি ধৰিয়েই ক্ষান্ত নাছিল। তেখেতৰ মতে ই এটা সক্ৰিয় কাৰ্যপন্থা। হাতভৰি বান্ধি ঘৰৰ ভিতৰত সোমাই



থাকি অথবা হিমালয়ৰ গুহাত নিৰ্বিকাৰ জীৱনযাপন কৰি অহিংস হৈ থকাটো টান কথা নহয়। কিন্তু সেয়া তেখেতৰ অহিংস আদৰ্শ নহয়। তেখেতৰ মতে অহৰ্নিশে, জীৱনৰ প্ৰতিটো কাৰ্যকে, সমাজৰ প্ৰতিটো সমস্যাকে অহিংস কাৰ্যপন্থাৰে সমাধান কৰা উচিত। এই দৃষ্টিভঙ্গীৰপৰা চালে, সামাজিক পৰিৱৰ্তনৰ ক্ষেত্ৰৰতো কথাই নাই, ৰাজনৈতিক পৰিৱৰ্তনৰ ক্ষেত্ৰতো এই পন্থা অনুসৰণ কৰাটো কৰ্তব্য। ৰাজনীতিত এই পন্থা অনুসৰণ কৰা বৰ সহজ কাম নহয়, কিয়নো ৰাজনীতিত কৰ্মৰ সুচলতাতেই বেছিকৈ জোৰ দিয়া হয়। কিন্তু ৰাজনীতিতো গান্ধীজীয়ে এই অহিংস-নীতি খটুৱাইছিল আৰু কৃতকাৰ্য হৈছিল। তাৰ ফলত তেখেতে গোটেই বিশ্বৰ বৰেণ্য হৈছেহি। ৰাজনীতিত এই পন্থা নধৰিলে মানৱৰ নিস্তাৰ নাই বুলি এতিয়া পাশ্চাত্য দেশৰ বহুতো চিন্তাশীল পুৰুষে ৰিঙিয়াব ধৰিছে। বাট্ৰাণ্ড ৰাছেলে প্ৰথম মহাযুদ্ধৰ-পৰাই এই কথাকে কৈ আছে। আলডুছ হাক্সলিয়ে জীৱনৰ শেষ দিনলৈকে এই কথাকে কৈ আছিল। মাৰ্টিন লুথাৰ কিঙে এই নীতিকে গ্ৰহণ কৰি আমেৰিকাত বৰ্ণ-বৈষম্য দূৰ কৰিবৰ বাবে সক্ৰিয় আন্দোলন চলাইছিল আৰু এই আন্দোলন তেখেতৰ মৃত্যুৰ পিছতো চলিয়েই আছে।

যদি ৰাজনীতিতেই এই পন্থা অনুসৰণ কৰিব লাগে বুলি স্বীকাৰ কৰা হয়, তেনে হলে সামাজিক ক্ষেত্ৰততো এই পন্থা সৰ্বাতোকৈ উত্তম পন্থা, এয়ে আমাৰ বিশ্বাস। ভাৰতৰ সামাজিক পৰিৱৰ্তন গান্ধীজীৰ এই নীতিৰেই আনিব লাগিব। আমাৰ সমাজত বহু ৰকমৰ পৰিৱৰ্তনৰ আৱশ্যক, তাৰ ভিতৰত অৰ্থনৈতিক আৰু সামাজিক সাম্যৰ প্ৰতিষ্ঠাই প্ৰধান। এক শ্ৰেণী পণ্ডিতৰ মতে অৰ্থনৈতিক সাম্যৰ প্ৰতিষ্ঠাৰ বাবে শ্ৰেণী-সংঘৰ্ষ অৱশ্যম্ভাৱী আৰু সেই সংঘৰ্ষত পুঁজিপতিক বিনাশ কৰাই মুখ্য উদ্দেশ্য। কিন্তু হিংসাৰ জৰিয়তে এই ধৰণৰ সংঘৰ্ষৰদ্বাৰা, সাম্যৰ সমস্যা সমাধান কৰিবলৈ যোৱা দেশবোৰৰ অৱস্থাৰপৰা দেখা গৈছে যে হিংসাই এবাৰ ওপৰত উঠিলে ই সমাজত স্থায়ী সিংহাসন পাতি বহে, দেশৰপৰা ব্যক্তি-স্বাধীনতা অন্তৰ্হিত হয়, পৰিৱৰ্তন-পুৰ্ণপৰিৱৰ্তিত হোৱাৰ আশঙ্কা জন্মে আৰু বিনষ্ট শ্ৰেণীৰ ঠাইত নতুন শ্ৰেণী-বিভাগৰ সৃষ্টি হয়। আনপাকে পুঁজিপতি ব্যক্তি বিশেষক বিনাশ নকৰাকৈ পুঁজিবাদ বিনাশ কৰাটো অসম্ভৱ কথা নহয়। পুঁজি আৰু উদ্যোগ ৰাষ্ট্ৰীয়কৰণদ্বাৰা একে লক্ষ্যতে উপনীত হব পাৰি। ই অহিংস পন্থাৰ এটা উদাহৰণ। এনে পন্থাৰেই ভাৰতত অৰ্থ নৈতিক পৰিবৰ্তন আনিব লাগিব।

সামাজিক অসাম্য পৃথিৱীৰ ভিতৰত ভাৰতেই বোধহয় আটাইতকৈ বেছি দেখা যায়। ধনী-দুখীয়াৰ সামাজিক অসাম্যতাতো আছেই, তাৰ উপৰিও বৰ্ণ-বৈষম্য,

জাতিভেদ, অস্পৃশ্যতা, ধৰ্ম-বিভেদ ইত্যাদি অগনন বৈষম্যই এই দেশখনক জলা-কলা কৰি মাৰিছে। অহিংস নীতিৰ বাহিৰে অন্য উপায়েৰে এই সমস্যাবোৰ সমাধান কৰাৰ কথা কল্পনাও কৰিব নোৱাৰি। তাহানি য়ুৰোপত ধৰ্ম-বিপ্লৱৰ বিষময় জুইয়ে কিমান মানুহক পুৰি মাৰিলে তাক কোনে নাজানে? আইনবদ্ধাৰাও এইবোৰ সমস্যাৰ সমাধান নহয়। আমাৰ দেশত অস্পৃশ্যতা বৰ্জনৰ আইন পাছ কৰি থোৱা আছে, কিন্তু এতিয়াও এই সমস্যাৰ কোনো চকুত-লগা সমাধান হোৱা নাই। তাহানি গান্ধীজীয়ে হৰিজন আন্দোলনৰদ্বাৰা যিখিনি কাম কৰি থৈ গ'ল তাতকৈ বেছি আগবাঢ়িবপৰা নাই। আমাৰ সংবিধান মতে আমি ধৰ্ম-নিৰপেক্ষ ৰাষ্ট্ৰ-স্থাপন কৰিলেও, সাম্প্ৰদায়িকতা বিহ-গছে এতিয়াও আমাৰ মাজত শিপাই থকাৰ প্ৰমাণ বিৰল নহয়। অহিংস মূল-নীতিৰ বাহিৰে অন্য কিছুমান সৰু-সুৰা বিষয়ত গান্ধীজীয়ে যিবোৰ মত পোষণ কৰিছিল, সেইবোৰ আজিৰ দিনত কাৰ্যকৰী কৰা সম্ভৱ নহয় বুলি তেখেতৰ মূল অহিংস নীতিকো কাৰ্যক্ষেত্ৰত ৰূপায়ণ কৰা অসম্ভৱ বুলি সিদ্ধান্ত কৰিব খুজিলে সেইটো মাৰাত্মক ভুল কৰা হব। তেখেতে অস্বাভাৱিক উপায়েৰে জন্ম-নিৰোধৰ বিৰোধিতা কৰিছিল, কিন্তু সেই উপায়কে ভাৰতে এতিয়া অৱলম্বন কৰিবলৈ বাধ্য হৈছে। তেনেকৈ নিজৰ হাতেৰে সূতা কাটি নিজৰ কাপোৰখিনি যোগাৰ কৰিবলৈ তেখেতে উপদেশ দিছিল। তেখেতে গাঁৱে-ভূঁয়ে পঞ্চায়তক সম্পূৰ্ণ ক্ষমতা দি ৰামৰাজ্য স্থাপনৰ কথা ভাবিছিল। আজিৰ দিনত এইবোৰ উপদেশ ঠিক তেনেকৈ কাৰ্যকৰী কৰা সম্ভৱ নহয় বুলি প্ৰায় সকলোৱে স্বীকাৰ কৰে। কিন্তু তাৰপৰা অহিংস আৰু অন্যান্য নীতিবোৰো যে অবাস্তৱ সেইটো স্বীকাৰ কৰিব নোৱাৰি। পঞ্চায়তীৰাজত আজি যিবোৰ খেলি মেলি দেখা গৈছে, তাৰ কাৰণে পঞ্চায়তী-নীতি দায়ী নহয়, ভুলো নহয়। এইবোৰে মাত্ৰ দেখুৱাইছে যে সমাজ ৰুগ্ন হলে তাৰ বিকাৰবোৰ প্ৰত্যেক অনুষ্ঠানতে দেখা দিয়ে। লোক-সভা, বিধান-সভা, কাৰ্যপালিকানুষ্ঠান—এই সকলোবোৰতে যি ৰোগ, সেই একে ৰোগেই পঞ্চায়তৰ মাজতো ফুটি ওলাইছে। এই ৰোগ গুচাবলৈকে গান্ধীজীৰ মূল নীতিবোৰলৈ ঘূৰি যাব লাগিব। সেই মূল নীতিবোৰ আছিল অহিংসা, সত্যানুসৰণ, অৰ্থ নৈতিক আৰু সামাজিক সাম্য, অস্পৃশ্যতা নিৰ্মূল, সাম্প্ৰদায়িকতাৰ অৱসান ইত্যাদি। এইবোৰৰ প্ৰতি পাছ দিয়া কাৰণেই সকলো অনুষ্ঠানতে কেৰোণে ধৰিছে। এই মূল নীতিবোৰৰ প্ৰতি পাছ দি অন্য প্ৰকাৰে সামাজিক পৰিবৰ্তন আনিলেও, সি হয় ক্ষণস্থায়ী হব আৰু হিমালয়ৰ উত্তৰৰ বৰফচুৰা এচাটি বতাহতে উৰি যাব, নহয় অনিৰ্দিষ্ট কাললৈ সমাজৰ মাজৰপৰা ব্যক্তি-স্বাধীনতা বিলুপ্ত হব।

## শিক্ষা আৰু মানৱ

শিক্ষাই মানুহৰ গোটেই জীৱন বিয়পি থাকে। জন্মৰ দিনৰপৰাই মানুহে শিকিব লাগে, মৃত্যুৰ দিনাহে তাৰ শিক্ষাৰ ওৰ পৰে। প্ৰকৃতিয়ে মানৱক এনে দৰে সৃষ্টি কৰিছে যে খাবলৈকেও সি অন্যৰপৰা শিকিব লাগে। পশু-পক্ষীয়ে জন্মৰ মুহূৰ্তৰপৰাই লৰিব চৰিব পাৰে আৰু নিজৰ আহাৰ বিচাৰি লব জানে; কিন্তু মানৱ শিশুৱে বহিবলৈ, থিয় হবলৈ, খোজ কাঢ়িবলৈ, কথা কবলৈ আৰু ভাষা উচ্চাৰণ কৰিবলৈ আনৰপৰা শিকিব লাগে। পিছত যেতিয়া সি ডাঙৰ হয় তেতিয়াও সি জীৱন নিৰ্বাহৰ পদ্ধতি আন মানুহৰপৰা শিকিব লাগে। যি কালত মানৱজাতি অসভ্য অৱস্থাত আছিল, সেইকালত জীৱনৰ কৰ্মাৱলী সীমাবদ্ধ আছিল; কিন্তু সেই সামান্য কামখিনিকো সি পৰিয়ালৰ নাইবা সমাজৰ আন কোনো মানুহৰপৰা শিকিব লাগিছিল। কালত কৃষিৰদ্বাৰা শস্য উৎপাদন কৰা পদ্ধতিৰ আবিষ্কাৰ হ'লত, কৃষিৰ বাবে হাল তৈয়াৰ কৰা, মাটি চহোৱা, পানী যোগান দিয়া, সময়তে গুটি সিঁচা, বীজ সংৰক্ষণ কৰা,—ইত্যাদি প্ৰত্যেকটো পদ্ধতিকে প্ৰত্যেকজন মানুহে সমাজৰ আন আন মানুহৰপৰা শিকিছিল।

মানৱজাতিৰ আদিম অৱস্থাত এইবোৰ শিকাৰ কাৰণে কোনো স্কুল বা শিক্ষানুষ্ঠান নাছিল, এই কামবোৰ মানুহে দেখি-শুনি শিকিছিল আৰু হাতে-কামে কৰি শিকিছিল। প্ৰকৃতিয়ে মানৱক পশু-পক্ষীৰ দৰে কিছুমান স্বভাৱসিদ্ধ প্ৰবৃত্তি নিদিলেও এটা ডাঙৰ বস্তু দিছে, যাক আমি মেধা বুলি কওঁ, যাৰ সহায়ত মানুহে কথা মনত ৰাখিব পাৰে, আৰু কাৰ্য-কাৰণবোৰ চিন্তা কৰিব পাৰে। ইয়াৰ সহায়ত মানৱে ধনুৰ্বিদ্যা, কৃষি-বিদ্যা, চিকিৎসা-বিদ্যা, বন্ধা-বঢ়া, বোৱা-কটা, ঘৰ-সজা আদি সকলো কামকে বংশ-পৰম্পৰাক্ৰমে শিকি আহিছে। এই শিক্ষা পুথিৰ শিক্ষা নহয়। পুথিৰ শিক্ষা সৌ-সিদিনাৰপৰা আৰম্ভ হৈছে। মাত্ৰ চাৰি পাঁচ হাজাৰ বছৰ আগতে মানুহে লিখিবলৈ অক্ষৰ আবিষ্কাৰ কৰিলে। ইয়াৰ সহায়ত পুৰুষানুক্ৰমে চলি অহা জ্ঞানৰ ভঁৰাল মানুহৰ মুখৰপৰা গৈ শাঁচিপাতৰ পুথিত সঞ্চিত হ'ল।

তেতিয়া নতুন পুৰুষক শিক্ষা দিয়াৰ পদ্ধতিও সহজ হ'ল। সাঁচিপাতৰ পুথিত গোটাই থোৱা জ্ঞানৰ সঁফুৰা ন-শিকাৰুৰ আগত মেলি দিয়া হ'ল। সাঁচিপাতৰ পুথি যাৰ হাতত ৰখা হয়, সেইজনেই হ'ল গুৰু। সেই সময়ৰপৰাই গুৰু-গৃহত শিক্ষা লোৱাৰ পদ্ধতিৰ প্ৰচলন হ'ল। শিকাৰুৱে গুৰু-গৃহত থাকি দীৰ্ঘকাল ধৰি সাঁচিপাতত সাঁচি থোৱা বিদ্যা অৰ্জন কৰিবলৈ ধৰিলে। ইয়াৰেপৰাই বিদ্যালয় বা স্কুলৰ উৎপত্তি।

পুথিৰ ভিতৰত জ্ঞান সঞ্চয় কৰাৰ ফলত, সমাজৰ নীতি-নিয়ম আৰু জীৱন-নিৰ্বাহৰ কাম-কাজৰ পদ্ধতিবোৰ পুৰুষানুক্ৰমে মুখস্থ কৰি ৰখাৰ আৱশ্যকতা কমি গ'ল আৰু মানুহৰ মানসিক অনুশীলনী অন্যফালে ঢাল খালে। বাহিৰৰ ফালে চাই, মানুহৰ মনে চন্দ্ৰ, সূৰ্য, গ্ৰহ, তৰা, ৰ'দ, বৰষুণ, শীত, বসন্তৰ অৰ্থ বিচাৰিব ধৰিলে আৰু এই বোৰ কোনে সৃষ্টি কৰিলে, সেই সৃষ্টিকৰ্তা নো কোন, কেনেকুৱা, ক'ত থাকে এইবোৰ ভাবিবলৈ ধৰিলে। অন্তৰৰ ফালে চাই, মন, বুদ্ধি, অনুভূতি, আত্মা,—এইবোৰ নো কি তাকো প্ৰশ্ন কৰিবলৈ ধৰিলে। মানুহ নো মৃত্যুৰ পিছত ক'লৈ যায়, জন্মই বা হয় কি উদ্দেশ্যে, এনেকুৱা বিধৰ জটিল প্ৰশ্নৰ উত্তৰ বিচাৰি গভীৰ চিন্তা কৰিলে আৰু সেই চিন্তাৰ ফল পুথিৰ ভিতৰত লিপিবদ্ধ কৰিলে। তাৰেপৰাই হ'ল দেশে দেশে শাস্ত্ৰৰ উৎপত্তি। শাস্ত্ৰবোৰ মানৱজাতিৰ প্ৰকৃত জ্ঞানৰ ভাণ্ডাৰ বুলি পৰিগণিত হ'ল আৰু বিদ্যালয়ৰ মুখ্য উদ্দেশ্য হ'ল এই শাস্ত্ৰবোৰ ন-পুৰুষক শিকোৱা। এইখিনিতে এটা মন কৰিব লগীয়া কথা এই যে শিক্ষা বুলিলে সেই যুগত যি বুজোৱা হৈছিল, সেইবোৰৰ প্ৰায় আটাইখিনিকেই ধৰ্মগুৰুসকলেহে বিতৰণ কৰিছিল। ধৰ্মৰ ব্যৱহাৰিক দিশৰ লগত নৈতিকতাৰ ঘনিষ্ঠ সম্বন্ধ, গতিকে শিক্ষাৰ এটা উদ্দেশ্য হ'ল মানুহৰ নৈতিক চৰিত্ৰ গঠন কৰা আৰু তাৰ লগতে ন্যায়, সত্য, সততা আদি সামাজিক মূল্যবোৰ মানুহৰ জীৱনত প্ৰতিফলিত কৰা। ধৰ্মৰ আন এটা দিশ হ'ল সৃষ্টিকৰ্তাৰ লগত মানুহৰ ঘনিষ্ঠ সম্বন্ধ স্থাপন কৰা—গতিকে শিক্ষাৰ অন্যতম উদ্দেশ্য হ'ল দৰ্শনৰ গভীৰ তথ্যবোৰ উদ্‌ঘাটন কৰা। কিন্তু অকল দৰ্শন আৰু নীতিশাস্ত্ৰই নহয়, চিকিৎসা-বিজ্ঞান, পদাৰ্থ-বিজ্ঞান, নক্ষত্ৰ-বিজ্ঞান, গণিত-শাস্ত্ৰ, আনকি বুৰঞ্জী, ভূগোল আদি বিষয়কো ধৰ্মগুৰুসকলে সাঙুৰি ললে। মধ্যযুগৰ ইউৰোপত শিক্ষা আৰু ধৰ্ম প্ৰায় একেটা বস্তু হৈ পৰিছিল। ধৰ্মগুৰুসকল অকল স্বৰ্গৰ দুৱাৰৰ চাবিকাঠিৰে মালিক হৈ ক্ষান্ত নাছিল, তেওঁলোক জ্ঞানত অমৃত ভাণ্ডাৰৰো প্ৰহৰী হৈছিল।

এই বুৰঞ্জীৰপৰা শিক্ষাৰ অন্যান্য দিশৰ বাহিৰেও, অন্ততঃ তিনিটা অত্যাৱশ্যকীয় দিশ সহজতে চকুত পৰে। প্ৰথমটো দিশ হ'ল—শিক্ষাৰ বাস্তৱ দিশ, অৰ্থাৎ মানুহৰ বাস্তৱ জীৱনৰ লগত দিনে-নিশাই জী থকা জীৱনটোৰ লগত শিক্ষাৰ কি ঘনিষ্ঠ সম্বন্ধ



সেই দিশটো। দ্বিতীয় দিশটো হ'ল শিক্ষাৰ নৈতিক দিশ, অৰ্থাৎ যিবোৰ গুণৰ কাৰণে মানুহক পশুৰপৰা বেলেগ বুলি কোৱা হয়, সেই গুণবোৰ বিকশিত কৰাত শিক্ষাৰ যি অৰিহণা, সেই দিশটো। তৃতীয় দিশটো হ'ল—বৌদ্ধিক দিশ, অৰ্থাৎ নজনাক জনাৰ বাবে মানুহৰ যি অনন্ত হেঁপাহ, সেই হেঁপাহ পূৰোৱাত শিক্ষাৰ যি দিশ সেই দিশটো।

নকলেও হব যে পুথি সৃষ্টি হোৱাৰ পিছৰপৰাই শিক্ষাৰ তৃতীয় দিশটোৱে শিক্ষা জগতৰ বেছিভাগ ঠাই অধিকাৰ কৰি আছে। ছপাশাল আবিষ্কাৰ হোৱাৰ পিছত, অসংখ্য পুথি সৰ্বসাধাৰণ মানুহৰ মাজত বিয়পি পৰিল আৰু শিক্ষা সাৰ্বজনীন হৈ পৰিল। অতীতৰ দৰে, শিক্ষাই গুৰু-গৃহ আৰু মুষ্টিমেয় স্কুল কেইখনৰ মাজত আৱদ্ধ হৈ নাথাকিল। পুথিৰ সহায়ত প্ৰত্যেকজন মানুহেই শিক্ষিত হোৱাৰ সুবিধা ভোগ কৰিলে। কিন্তু শিক্ষাৰ প্ৰসাৰ বাঢ়িলেও ইয়াৰদ্বাৰা শিক্ষাৰ প্ৰথম দিশটো চকুৰপৰা আঁতৰি গ'ল। শিক্ষা মানে এতিয়া দৰ্শন, বিজ্ঞান, গণিত, ইতিহাস আদি অধ্যয়নৰ শিক্ষা হৈ পৰিল আৰু বাস্তৱ জীৱনৰপৰা লাহে লাহে ই বিচ্ছিন্ন হৈ যাব ধৰিলে। জী থকা জীৱনটোত, অৰ্থাৎ খেতি কৰা, মাছ-ধৰা, চিকাৰ-কৰা, ঘৰ-সজা, কাপোৰ-বোৱা, বাচন-ধোৱা জীৱনটোত ই কোনো নতুন সাহায্য আগ নবঢ়ালে। বৰঞ্চ কেতবোৰ হাতে কৰা কাম যেনে খেতিৰ কাম, তাঁতীৰ কাম, সোণাৰিৰ কাম ইত্যাদি হেয় বুলিহে পৰিগণিত হ'ল।

কিন্তু শিক্ষাবিপ্লৱে ইউৰোপত শিক্ষাৰ এই অৱস্থাৰ যথেষ্ট পৰিৱৰ্তন ঘটালে আৰু শিক্ষাৰ প্ৰথম দিশটোৰ প্ৰৱৰ্তনত বেছিকৈ জোৰ দিলে। নতুনকৈ গঢ়ি উঠা অসংখ্য কাৰখানাৰ কলবোৰ চলাবলৈ সুনিপুণ বনুৱাৰ আৱশ্যক হ'লত, সেই নৈপুণ্য অৰ্জনৰ বাবে বনুৱাসকলক অন্ততঃ কিছু পৰিমাণে শিক্ষা দিব লগীয়া হ'ল। টেকনিকেল স্কুল-কলেজ স্থাপিত হ'ল। অৰ্থনৈতিক প্ৰগতিক শিক্ষাই আহাৰ যোগালে। মানুহৰ বাস্তৱ জীৱনত শিক্ষাই সঁহাৰি দিলে। শিক্ষাৰ সহায়ত মানুহে নিয়োজিত হবৰ সুবিধা পালে। ইয়াৰ পিছত আমেৰিকা যুক্তৰাষ্ট্ৰ, জাপান আৰু ৰুছিয়াতো একে পদ্ধতি অনুসৰণ কৰা হ'ল। অৰ্থনৈতিক প্ৰগতিৰ অভূতপূৰ্ব প্ৰসাৰ এই দেশ কেইখনত বৰ্তমানেও চলি আছে আৰু সেই প্ৰসাৰত সহায় কৰিবলৈ শিক্ষাক এনে ৰূপ দিয়া হৈছে যে কোটি কোটি মানুহে বাস্তৱ শিক্ষা লাভ কৰি সেই প্ৰগতিৰ চকৰি অবিৰাম চলাই লৈ গৈ আছে। আজিৰ দিনত ৰুছিয়াত বিজ্ঞান শিক্ষাৰ ওপৰত অতিপাত গুৰুত্ব দিয়াৰ এয়ে এটা কাৰণ। সেই দেশত বছৰি দুই লাখৰো অধিক ছাত্ৰই ইঞ্জিনীয়াৰিং পাছ কৰি ওলায়,—তাৰ তুলনাত

আমেৰিকাৰ যুক্তৰাষ্ট্ৰও পাছ পৰি আছে। সেই দেশৰ মাধ্যমিক স্কুলৰ ছাত্ৰই, চাৰি বছৰ কাল ৰসায়ন, পাঁচ বছৰ কাল পদাৰ্থ-বিজ্ঞান আৰু ছয় বছৰ কাল জীৱ-বিজ্ঞান পঢ়িব লাগে ; তাৰ উপৰিও চতুৰ্থমান শ্ৰেণীৰপৰাই হাতে কৰা কাম শিকিব লাগে, পঞ্চমমানত কাঠ-মিস্ত্ৰীৰ কাম শিকিব লাগে, ষষ্ঠমানৰপৰা ধাতুৰ কাম, বিজুলীৰ কাম আদি শিকিব লাগে, আৰু নৱম মানত মটৰৰ ইঞ্জিন খুলি আকৌ তাক নতুনকৈ সাঁজিব লাগে।

আমাৰ দেশত শিক্ষা বাস্তৱ জীৱনৰ লগত সংশ্লিষ্ট নহয় বুলি শিক্ষা-কমিচনবোৰে ভূয়োভূয়ঃ কৈ আছে। আমাৰ দেশৰ শিক্ষিত মানুহে সৰ্বসাধাৰণ মানুহৰ বাস্তৱ জীৱনৰপৰা আঁতৰত থাকে। বৃটিছৰ দিনত, তেওঁলোকৰ সাম্ৰাজ্য-প্ৰশাসনৰ সুবিধাৰ অৰ্থে যি প্ৰকাৰৰ শিক্ষা প্ৰচলন কৰা হৈছিল, আমি এতিয়াও তাৰপৰা বেছি দূৰ আগবাঢ়িব পৰা নাই। কৃষিৰদ্বাৰাই আমাৰ দেশৰ মানুহৰ পাঁচ ভাগৰ চাৰিভাগে জীৱন নিৰ্বাহ কৰে, কিন্তু কৃষকৰ ঘৰৰপৰা আহিলেও, সেই কৃষিলৈ আমাৰ শিক্ষিত ডেকা ফিৰি যাব নোখোজে। তেনেকৈ বাঢ়ৈ, মাছুৱৈ, তাঁতী, সোণাৰী, কমাৰ, কুমাৰ, কঁহাৰ, হীৰা,—সকলোৰে বেলিকা একেই কথা।

আমি বহুত সময়ত দ'কৈ গমি নাচাই এনেকুৱা অবাস্তৱতাৰ কাৰণে শিক্ষা, শিক্ষক আৰু শিক্ষিতক দোষ দিয়েই ক্ষান্ত থাকোঁ ; কিন্তু আৰু এখোজ আগলৈ গৈ দ'কৈ চালে দেখা যায় যে শিক্ষাৰ বাহিৰে অন্য ঠাইতো এই অবাস্তৱতাৰ কাৰণ কিছু পৰিমাণে নিহিত আছে। আমাৰ বাস্তৱ, অৰ্থনৈতিক জীৱনটো নো কি ধৰণৰ ? কৃষিৰ ক্ষেত্ৰত দুহাজাৰ বছৰ আগৰ কালৰ কাঠৰ হাল এখনৰ আগত এহাল টেটেৰা গৰু, কুটীৰ শিল্পৰ ক্ষেত্ৰত হাতেৰে মাকো-মৰা এখন তাঁতশাল, নাইবা দুবাহুৰে কোবোৱা কমাৰৰ নিয়াৰি, ওমৰ খৈয়ামে উল্লেখ কৰা এটা কুমাৰৰ চকা, মাছ মৰাৰ বাবে বাঁহৰ জাকৈ,—বৰ বেছি এখন কপাহী সূতাৰ জাল,—উৎপাদন ক্ষেত্ৰত এয়েতো আমাৰ বাস্তৱ জীৱন ! ইয়াৰ কাৰণে পলিটেক্‌নিক্, ইঞ্জিনীয়াৰিং কলেজে সুনিপুণ মেকানিক বা ইঞ্জিনীয়াৰ সৃষ্টি কৰিলেও, তেওঁলোকে ইয়াত থাপ খাব নোৱাৰে। গতিকে যি সামান্যসংখ্যক মেকানিক আৰু ইঞ্জিনীয়াৰে টেক্‌নিকেল প্ৰশিক্ষণ পাইছে, তেওঁলোকবো বহুতে নিবনুৱা হোৱাতকৈ স্কুল কলেজতে শিক্ষকৰ চাকৰি বিচাৰি যায়। আমাৰ বোধেৰে আচল কেৰোণ হ'ল অৰ্থনৈতিক অনুষ্ঠানতে। আমাৰ অৰ্থনৈতিক অনুষ্ঠানবোৰেই সাতামপুৰুষীয়া হৈ আছে, আধুনিক টেক্‌নলজি লোৱা নাই, বা লব পৰা নাই। শতকৰা ৮০ জন ভাৰতীয়ৰ জীৱন নিৰ্বাহৰ উপায় কৃষি, তাতেই আজি আধুনিক টেক্‌নলজি নিয়োজিত হোৱা নাই।



আশ্চৰ্যৰ কথা নহয় যে শিক্ষিত ডেকাই আধুনিক যুগৰ পোহৰ পাই, পৌৰাণিক যুগৰ অৰ্থনৈতিক অনুষ্ঠানৰ লগত মিলি যাব পৰা নাই। গতিকে আমাৰ বাস্তৱ জীৱনৰ উৎপাদনৰ দিশটোত আধুনিক টেক্‌নলজি নিয়োগ কৰাটোৱেই হৈছে আচল কথা। আধুনিক টেক্‌নলজি নললে, আমাৰ উৎপাদন কোনো দিনে বাঢ়িব নোৱাৰে, নষ্ট হোৱাৰে সম্ভাৱনা বেছি, "দাৰিদ্ৰ্য-মোচনো" সুশ্ৰাব্য ধ্বনি-মাত্ৰ হৈয়ে থাকিব। আধুনিক টেক্‌নলজি ললে তাক চলাবলৈ অসংখ্য নতুন নিপুণ পুৰুষ তৈয়াৰ কৰিবৰ আৱশ্যক হব আৰু তেতিয়া আমাৰ শিক্ষানুষ্ঠানবোৰ বাস্তৱ প্ৰেৰণাত সজীৱ হৈ উঠিব।

কিন্তু আমাৰ বৰ্তমান অৱস্থাত আধুনিক টেক্‌নলজি কৃতকাৰ্যতাৰে গ্ৰহণ কৰিব পৰা যাব নে ? এই প্ৰশ্ন আমাৰ এই শিক্ষাবিষয়ক প্ৰবন্ধৰ সীমাৰ বাহিৰৰ প্ৰশ্ন। ই অৰ্থনীতিৰ সীমাৰ ভিতৰৰ বস্তু। তথাপিও থূলমূলকৈ কৈ থব পাৰি যে জধেমধে অন্য শক্তিশালী দেশক নকল কৰি সেই দেশৰ দৰেই গ্ৰহণ কৰাৰ অৰ্থনৈতিক অৰ্হতা বোধহয় আমাৰ নাই। তেনে কৰিবলৈ হলে, পৰ্বত-প্ৰমাণ পুঁজি লাগিব আৰু তাৰ বাবে হয় বৈদেশিক সাহায্য লাগিব, নহয় সৰ্বসাধাৰণ মানুহে অসাধাৰণ ত্যাগ স্বীকাৰ কৰিব লাগিব। কিন্তু এই মুহূৰ্তত আমাৰ দেশৰ যি অৱস্থা, তাত আৰু নতুন ত্যাগৰ কথা কোৱাটো হাঁহিয়াতৰ পাত্ৰ হোৱা কথা। আনপাকে আমাৰ আৱশ্যক অনুপাতে বৈদেশিক সাহায্য পোৱাৰ আশা কৰাটোও অবাস্তৱ হব। গতিকে আমাৰ অৰ্থনৈতিক অনুষ্ঠানবোৰ বিকেন্দ্ৰীভূত কৰি তাত ক্ষুদ্ৰ পৰিসৰত আধুনিক টেক্‌নলজি ব্যৱহাৰ কৰিব লাগে, যেনে কৃষিৰ ক্ষেত্ৰত সৰু ট্ৰেক্টৰ, কুটীৰ শিল্পত বিজুলী শক্তি, জলসিঞ্চনত পাৱাৰ-পাম্প, বৃহৎ কাৰখানাৰ সলনি তাৰ বিভিন্ন কামবোৰ সৰু সৰু কাৰখানাত সম্পন্ন কৰি পিছত সেইবোৰৰপৰা উৎপন্ন হোৱা অংশবোৰ লগ লগাই শেহতীয়া বস্তু তৈয়াৰ কৰা ইত্যাদি।

এইখিনিতে কৈ থোৱা উচিত হব যে শিক্ষাৰ বাস্তৱ দিশটোৰ কথা কওঁতে তাৰ অন্য দুটা দিশৰ প্ৰতি আওকাণ কৰিব নোৱাৰি। শিল্প-বিপ্লৱৰ আগত, শিক্ষাৰ নৈতিক দিশটোত বেছি জোৰ দিওঁতে বাস্তৱ দিশটো অৱহেলিত হৈছিল। বৰ্তমান যুগত আধুনিক টেক্‌নলজিৰ হেঁচাত, নৈতিক আৰু বৌদ্ধিক দিশটো অৱহেলিত হোৱাৰ আশংকা আছে। আমেৰিকাৰ যুক্তৰাষ্ট্ৰত এই আশংকাতে এটা প্ৰতিক্ৰিয়া আৰম্ভ হৈছেই। তাৰ বাস্তৱ ঐশ্বৰ্যৰ প্ৰাচুৰ্যত দেশত এটা মানসিক অৱসাদৰ বাতাবৰণ গঢ়ি উঠিব ধৰিছে আৰু তাৰে প্ৰতিক্ৰিয়াত এফালে 'হিপ্পি' কৃষ্টিৰ সৃষ্টি হৈছে আৰু আনফালে শীতল যুদ্ধৰ সৃষ্টি হৈছে আৰু অন্য দেশৰ আভ্যন্তৰীণ সমস্যা লৈ নিজকে

ব্যস্ত ৰখাৰ চেষ্টা কৰা হৈছে। কিন্তু তাৰ চিন্তাশীল ব্যক্তিসকলে এতিয়া মানৱীয় আৰু আধ্যাত্মিক মূল্য অনুসৰণৰ কাৰণে প্ৰয়াস কৰিছে। পৃথিৱীৰ দুৰ্দশাগ্ৰস্থ মানৱ-সমাজৰ সেৱা, নজনাক জনাৰ কাৰণে চেষ্টা, জ্ঞানৰ কাৰণেই জ্ঞান অৰ্জন, সত্যৰ কাৰণেই সত্যানুসৰণ,—এইবোৰৰ প্ৰতি তেওঁবিলাকে চকু মেলিছে। জ্ঞান অৰ্জনৰ হেঁপাহ মানৱ মনৰ এটা অনন্ত হেঁপাহ। এই হেঁপাহৰ কাৰণেই, মানৱে আজি চন্দ্ৰলোকত বিচৰণ কৰিছে আৰু নভোমণ্ডলত নানা কৃত্ৰিম গ্ৰহ পঠিয়াই বিশ্ব-ব্ৰহ্মাণ্ড বুজিবলৈ চেষ্টা কৰিছে। এই হেঁপাহৰ কাৰণেই মানৱে নিজৰ মনটোকো বুজিবলৈ চেষ্টা কৰিছে আৰু মনৰ অৱচেতন স্তৰত লুকাই থকা ইচ্ছা আৰু প্ৰবৃত্তিবোৰ ৰূপান্তৰিত কৰিবলৈ শিকিছে। এই বৈচিত্ৰ্যময় সৃষ্টিৰ কিবা উদ্দেশ্য আছে নে, ইয়াৰ কোনোবা খনিকৰ আছে নে, যদি আছে তেওঁৰ লগত মানৱৰ কি সম্পৰ্ক, প্ৰকৃতিৰ কি সম্পৰ্ক, তাক বৈজ্ঞানিক ভিত্তিত বুজিবলৈ চেষ্টা কৰি আছে। শিক্ষাই এই বিশ্বগ্ৰাসী হেঁপাহক অৱহেলা কৰিব নোৱাৰে। এই হেঁপাহৰ তুষ্টি-সাধনৰ কাৰণে আমাৰ শিক্ষা-পদ্ধতিয়ে চিৰদিনেই ঠাই ৰাখিব লাগিব। পেটৰ তুষ্টি-সাধনত সহায় কৰাতকৈও আত্মাৰ তুষ্টি-সাধনৰ কাৰণে শিক্ষাই সততে সাজু থাকিব লাগিব। শিক্ষাৰ এই দিশটো ( অৰ্থাৎ তৃতীয় দিশটো ) শিক্ষাৰ চিৰযুগমীয়া দিশ।

ইয়াৰ উপৰিও মানুহক প্ৰকৃত মানুহ কৰাত শিক্ষাই সহায় কৰিব লাগিব, অৰ্থাৎ শিক্ষাৰ দ্বিতীয় দিশটোও সমানেই গুৰুত্বপূৰ্ণ। সমাজৰ অৰ্থনৈতিক বিকাশতকৈও মানৱৰ নিজৰ বিকাশেই হ'ল বেছি গুৰুত্বপূৰ্ণ। মানুহে যিমানেই অনুভৱ কৰিব পাৰিছে যে তাৰ নিজৰ বিকাশৰ অজস্ৰ ঠাই আছে তিমানেই শিক্ষাকেই সেই বিকাশৰ অস্ত্ৰ বুলি বুজি আহিছে। পূৰ্ণ-বিকাশত মানৱ দেৱতাৰে স্বৰূপ,—দেৱত্বৰ যিবোৰ গুণ মানুহে কল্পনা কৰে, সেইবোৰ পূৰ্ণ মানৱতাৰে গুণ। শিক্ষাই সেই পূৰ্ণমানৱ সৃষ্টি কৰাত সহায় কৰে। অৱশ্যে কেইজন মানুহে পূৰ্ণমানৱতা লাভ কৰিছে সেই কথা যুগ-যুগান্তৰৰ বুৰঞ্জী ফঁহিয়াইও নিৰ্ধাৰণ কৰা টান। আমি সৰ্বসাধাৰণ মানুহে পূৰ্ণতা লাভ কৰাৰ বহু আগতেই, আমাৰ জীৱনৰ যৱনিকা পৰে। এজন পণ্ডিতে কৈছিল যে পশুৰ দৰে মাত্ৰ শাৰীৰিক শক্তিৰ বিকাশকে মনুষ্য জীৱন বুলি স্বীকাৰ কৰিব নোৱাৰি ; মনুষ্যৰ প্ৰকৃত গুণবোৰ লাভ কৰিব ধৰাৰ লগে লগেহে আমাৰ জন্ম হয় আৰু প্ৰত্যেকবাৰ নতুন গুণৰ অধিকাৰী হোৱাৰ লগে লগে আমাৰ একোটোকৈ নতুন জন্ম হয়। এই অৰ্থত আমাৰ জন্ম গোটেই জীৱন ধৰি চলি থাকে আৰু আমাৰ মৃত্যুৰ লগে লগেহে আমাৰ জন্ম পূৰ্ণ হয়। মৃত্যুৰ দিনাখনহে আমি সম্পূৰ্ণ জন্মধাৰণ কৰোঁ।

## অৰ্থনৈতিক আৰু ৰাজনৈতিক প্ৰবন্ধাৱলী

# কলবাৰীৰ উপাখ্যান

সাগৰৰ মাজৰ এটা দ্বীপ। বাহিৰৰ লগত কোনো সংশ্ৰৱ নাই। এশঘৰ মানুহৰ বসতি। সকলোৱে কলগছৰ বাৰীত কাম কৰে, কলকেই খায়। কুৰিখন কলবাৰীত কুৰিজন মালিকৰ লগত গোটেইটো দ্বীপৰ মানুহে কাম কৰে। কাম কৰা বাবে প্ৰতিজন মানুহে বছৰি ৫০০ টকাকৈ মজুৰী পায়। গতিকে গোটেই দ্বীপটোত মুঠ মজুৰীৰ পৰিমাণ ৫০,০০০ টকা। বছৰি ৫০,০০০ থোক কল উৎপন্ন হয়,—হৰেক কিছিমৰ কল, চেনিকল, আঠিয়া, মনোহৰ, পুৰিয়া, মালভোগ, মোহন ভোগ, ৰাজ-ভোগ ইত্যাদি। মালিকে কলবোৰ বেচে। বজাৰত এই এশঘৰ মানুহেই কলবোৰ কিনে, কাৰণ কলৰ বাহিৰে তাত একো নাই। ৫০,০০০ থোক কলৰ সকলোবোৰ বেচা যায়। উপাৰ্জন কৰা মজুৰী সকলোৱে কলতেই খৰচ কৰে,—খৰচ কৰিবলৈ অন্য উপায়ো নাই। থিয়েটাৰ, চিনেমা, চাৰ্কাছ, বিৰি-চুৰট, মদ-ভাং কানি আদি বস্তুবোৰ তাত আবিৰ্ভাব হোৱা নাই। কলৰ দাম থোকে প্ৰতি গড়ে এটকাকৈ পৰে, আৰু মালিকে কল বেচি পায় ৫০,০০০ টকা। যি টকা মালিকে মজুৰী হিচাপে আগবঢ়াইছিল সেই টকা মালিকলৈ আকৌ ঘূৰি আহিল। মাজতে এশঘৰ মানুহে কাম কৰিলে, এশ ঘৰ মানুহে জীৱন ধাৰণৰ সম্বল উৎপাদন কৰিলে। আৰু সেই সম্বল নিজেই ভোগ কৰিলে। কাৰো অভাৱ অনাটন নাই, কাৰো দুৰাকাংক্ষাও নাই,—সকলোৰে প্ৰাণত শান্ত, সকলোৰে মনত সুখ।

এই স্বৰ্গৰাজ্যত এজন বুধিয়ক মানুহৰ মগজুত এদিন হঠাতে এটা বুধি খেলিলে,—"মানুহবোৰে যিমান আৰ্জে তিমানে খায়, একোকে নাসাঁচে। এইটো ধ্বংস হোৱাৰ হে লক্ষণ! 'বগলীয়ে মাছ খায়, যত পায় তত খায়, নাপালেই থাকে সুদা পেটে।' নাসাঁচিলে বিপদৰ সময়ত ইহঁত মৰিব। তেতিয়া ইহঁতক বচাব কোনে?

এই বুধিয়ক পুৰুষজনে তেতিয়া এটা সঞ্চয় আন্দোলন চলালে। "সঞ্চয়োপৰমো ধৰ্ম।" পৰুৱা আৰু ফৰিঙৰ সাধু কথাটি (যি সাধু কথাটি আমাৰ সঞ্চয় বিভাগে আজি কালি ডাঙৰ ডাঙৰ বিজ্ঞাপনেৰে বাটৰ কাষত প্ৰকাশ কৰে) দিনে নিশাই

মানুহৰ মাজত সভা-সমিতি পাতি বুজালে। পৰুৱাই গোটেই বছৰ ধৰি নিজৰ গাঁতত চাউল-ধান এটা এটাকৈ জমা কৰে। তাৰ পিছত কেবা বছৰ ধৰি আনন্দ মনে খায়। কাকতি ফৰিঙে খেতিৰ সময়ত নাচি বাগি খাই ফুৰে, ভৱিষ্যতলৈ নাভাৱে, পৰুৱাক ঠাট্টাহে কৰে, কুলিৰ বোজা মূৰত লৈ চাউল গোটোৱাৰ কাৰণে। পিছে এবাৰ পানীৰ অভাৱত পথাৰত খেতি নহ'ল। ফৰিঙৰ হাহাকাৰ লাগিল। মৃত্যু অনিবাৰ্য যেন দেখি, ফৰিঙে পৰুৱাৰ ওচৰত হাত পাতিলে। পৰুৱাই তাক ঠাট্টা কৰাৰ কথা ফৰিঙক সোঁৱৰাই দিলে।

এনেকুৱা আন্দোলনৰ ফলত সকলো মানুহে সাঁচিবলৈ ললে। বেছিভাগ মানুহে ভাবিলে, "আঠিয়াকল কিনাটো বন্ধ কৰাই ভাল। ইয়াৰ গুটি কোনে খায়? তাৰ সলনি, বাহি হোৱা পইচাখিনি সঞ্চয় কৰাটোহে উচিত হব।" তিৰোতাসকলে যদিও এই কথাত আপত্তি কৰিছিল, আৰু চেনিচম্পা কিনাটোহে বন্ধ কৰিবলৈ কৈছিল (কিয়নো চেনিচম্পাৰপৰা কেঁচুৱাবোৰৰ পেলুৰ উৎপাত বাঢ়ে আৰু আঠিয়াকল খাই কেঁচুৱাবোৰে ভাল পায়), তেওঁলোকৰ কথা কিন্তু নবল। সকলো মানুহেই আঠিয়াকল কিনা বন্ধ কৰিলে। ঘৰে প্ৰতি বছৰেকত ১০০০ টকা সঞ্চিত হ'ল আৰু গোটেই দ্বীপটোত সঞ্চিত ধনৰ পৰিমাণ হ'ল ১০,০০০ টকা। বুধিয়ক পুৰুষ গৰাকী আনন্দত উৎফুল্ল হ'ল। সমাজত নৈতিক চৰিত্ৰৰ মান উন্নত হ'ল। কিয়নো, সঞ্চয় পৰম ধৰ্ম।

এই ফালে কিন্তু কলবাৰীৰ মালিকসকলৰ হাতলৈ টকা আহিল মুঠতে ৪০,০০০। আগতে আহিছিল ৫০,০০০। তাৰ উপৰিও আঠিয়াকলবোৰ বিক্ৰী নোহোৱাত সেইবোৰ গেলি পচি গ'ল। মালিকসকলে ঠিক কৰিলে যে আঠিয়া কলৰ বাৰীবোৰ উঠাই দিব। তাত মানুহ খটোৱাৰ কোনো অৰ্থ নাই। যিবোৰ মানুহে আঠিয়া-কলৰ বাৰীত কাম কৰিছিল, সেইবোৰ মানুহ নিবনুৱা হ'ল। কাম নাপাই পেটৰ পোৱণিত ৰব নোৱাৰি সিবিলাকে বুধিয়ক মহাপুৰুষৰ ওচৰ পালেগৈ। আপত্তি জনালে, "আপোনাৰ বুধি শুনি সাঁচিবলৈ লৈ আমাৰ মৰণহে হ'ল।" বুধিয়ক মহাপুৰুষে এটা নতুন বুধি দিলে—"সকলোৱে সংঘবদ্ধ হৈ ধৰ্মঘট কৰা, চাওঁ মালিকে নো তিষ্ঠে কেনেকৈ?"

বুধিহীন মানুহখিনিৰ মূৰত কিন্তু এই বুধি নোসোমাল। সিবিলাকে মালিক-বোৰকো এবাৰ সুধি চোৱা ভাল বুলি তেওঁলোকৰ ওচৰ পালেগৈ। আঠিয়াকলৰ বাৰীবোৰ উঠাই দিয়াত আপত্তি জনালে আৰু লগতে ধৰ্মঘটৰো এটা ইংগিত দিলে।

মালিকসকলে কলে, "আচল কথাটো ভাবি চোৱাঁচোন, কিহৰপৰা ইমান



গণ্ডগোল। তোমালোক সকলোৱে আঠিয়াকল কিনিবলৈ এৰিলা। তাৰে ফলত আঠিয়াৰ বাৰীবোৰ উচ্ছন্ন হ'ল। তাত নো আমি মানুহ খটুৱাওঁৰেইবা, কিনিব কোনে? তোমালোকে যে 'সঞ্চয় ধৰ্ম' ভজিলা, তাৰে ফলত আজি কাম কমি গ'ল, নিবনুৱা সমস্যাৰ সৃষ্টি হ'ল।"

মানুহবোৰে কলে—"আপোনালোকেতো আঠিয়া কলৰ বাহিৰে অন্য কলৰ বাৰীবোৰ ডাঙৰ কৰিব পাৰে আৰু তাতে আমাৰ কাম-বন নোহোৱা মানুহখিনিক খটুৱাব পাৰে?"

মালিকবোৰে কলে—"হয়, পাৰোঁ। কিন্তু বাৰীৰ পৰিসৰ বঢ়াবলৈ হলে নতুনকৈ টকা লাগে। আমি আগতে কল বেচি ৫০,০০০ টকা পাইছিলোঁ আৰু এই আটাইখিনি ধনকে তোমালোকক মজুৰী হিচাপে দিছিলোঁ। এতিয়া কল বেচি পাওঁ ৪০,০০০ টকা। বছৰি ৫০০ টকাকৈ মজুৰী দি সেই টকাৰে ৮০ জন মানুহকহে খটাব পাৰি। যদি সেই টকাৰে ১০০ জন মানুহকে খটাব লাগে, তেনেহলে মজুৰীৰ পৰিমাণ বছৰি ৪০০ টকালৈ নামি যাব। সেইটো জানো তোমালোকে মানি লবা কিন্তু আন এটা উপায় আছে যদি তোমালোকে মানি লোৱা। তোমালোকে যি ১০,০০০ টকা সাঁচিলা, সেই ধনখিনি কামত নলগালে মাটিৰ তলত মামৰে ধৰিব। সেই ধনখিনি যদি আমাক ধাৰলৈ দিয়া, তেন্তে আমি সেই টকাৰে আমাৰ কলবাৰী-বোৰ ডাঙৰ কৰিম, অথবা নতুন কলবাৰী পাতিম। সেই নতুন বাৰীত এতিয়া যি কুৰিঘৰ মানুহ নিৰনুৱা হৈছে, তেওঁলোকক কাম দিব পাৰিম। শুনিছোঁ অসম দেশৰ জাহাজী কলবোৰ হেনো বৰ সোৱাদ, স্বাস্থ্যৰ পক্ষেও ভাল। হয়ও বেছিকৈ। জাহাজী কল আনি নতুন বাৰী পতিম। নতুন কল উৎপন্ন হলে, তোমালোকৰ ধাৰ সুদে-মূলে সুজিম।"

সকলোৱে এই কথাত হয়ভৰ দিলে। যেনে কথা তেনে কাম। যি ১০,০০০ টকা মানুহবোৰে সাঁচিছিল, সেই টকা মালিকক ধাৰলৈ দিয়া হ'ল। মালিকে নতুন কলবাৰী পাতিলে জাহাজী কলৰ। আগৰ নিচিনাকৈয়ে ৫০,০০০ টকা মজুৰীত খটোৱা হ'ল। মজুৰীৰ নিৰিখ নকমোৱাকৈয়ে অৰ্থাৎ ৫০০ টকা হাৰতে এশঘৰ মানুহে কাম পালে। দেশলৈ সুখ-শান্তি ফিৰিল, নিবনুৱা সমস্যাৰ ওৰ পৰিল। সমাজো অলপ ওপৰ খাপলৈ উঠিল কাৰণ আঠিয়াকলৰ সলনি জাহাজী কল খাবলৈ ললে।

এই সহজ সৰল কাল্পনিক উপাখ্যানটিৰদ্বাৰা অৰ্থনীতিৰ এটা জটিল তথ্য বুজাবৰ চেষ্টা কৰা হৈছে।

আমি প্ৰত্যেকজন মানুহেই একালে উপাৰ্জন কৰোঁ আৰু আন ফালে খৰচ কৰোঁ। প্ৰত্যেকেই আৰ্জোতা আৰু প্ৰত্যেকেই খৰচ কৰোঁতা। আমি খৰচ কৰোঁ অন্ন-বস্ত্ৰ ঘৰ-দুৱাৰ আদি বস্তুবোৰ পাবলৈকে ; আৰু উপাৰ্জন কৰোঁ খৰচ কৰিবলৈকে লগা ধন পাবলৈকে। আমাৰ উপাৰ্জনৰ চৰম লক্ষ্যই হ'ল ব্যৱহাৰ্য বস্তুবোৰ পাবৰ কাৰণে খৰচ কৰা।

কিন্তু মন কৰিব লগীয়া কথা এই যে এজনৰ খৰচেই আন এজনৰ উপাৰ্জন। মই যেতিয়া ঘৰ বান্ধিবৰ কাৰণে ধন খৰচ কৰোঁ, তেতিয়া ঠিকাদাৰ, মিস্ত্ৰী, বনুৱা, কাঠৰ বেপাৰী, শিলগুটিৰ যোগাৰী, ইটাৰ ভাঁটাৰ মালিক আদিয়ে সেই ধন পায়। মোৰ খৰচৰপৰা তেওঁলোকৰ উপাৰ্জনৰ সৃষ্টি। সেই দৰে ছাত্ৰসকলৰ অভিভাৱকৰ শিক্ষা বিষয়ক খৰচৰপৰা শিক্ষকৰ উপাৰ্জনৰ সৃষ্টি। তেনেকৈ ৰামৰ খৰচৰপৰা শ্যামৰ উপাৰ্জন, শ্যামৰ খৰচৰপৰা যদুৰ উপাৰ্জন, যদুৰ খৰচৰপৰা ঘূৰি আকৌ ৰামৰ উপাৰ্জন। যদি কোনো দেশত ৰাম, শ্যাম, যদু, আৰু মধু মাত্ৰ এই চাৰিজন মানুহহে আছে, তেনেহলে ৰাম-শ্যাম-যদু-মধুৰ খৰচেই ৰাম-শ্যাম-যদু-মধুৰ মুঠ উপাৰ্জন। অৰ্থাৎ সমাজৰ মুঠ খৰচেই সমাজৰ মুঠ উপাৰ্জন। এই কথা চাৰিজনীয়া সমাজত যেনেকৈ খাটে, কোটি মানুহৰ সমাজতো তেনেকৈয়ে খাটে। গোটেই দেশখনৰ বা সমাজখনৰ ফালৰপৰা চালে খৰচ আৰু উপাৰ্জন একেটা কথা। সমাজৰ খৰচেই সমাজৰ উপাৰ্জন অৰ্থাৎ সমাজৰ মুঠ খৰচ সমাজৰ মুঠ আয়ৰ সমান।

গাইগুটীয়া ব্যক্তিৰ ফালৰপৰা এজনৰ খৰচেই আন এজনৰ উপাৰ্জনৰ বাট। গতিকে এজনে যদি খৰচ কৰিবলৈ এৰি দিয়ে বা কমাই দিয়ে, তাৰ ফলত অন্য এজনৰ উপাৰ্জন বন্ধ হয় বা কমি যায়। এই দৰেই নিবনুৱা সমস্যাৰ সৃষ্টি হয়। আমাৰ কাল্পনিক উপখ্যানটিৰেও এই তথ্যকে ৰূপায়িত কৰিবলৈ চেষ্টা কৰা হৈছিল। যেতিয়া দ্বীপটোৰ মানুহবোৰে ১০,০০০ টকা কমকৈ খৰচ কৰিব ধৰিলে, তেতিয়া সমাজৰ মুঠ উপাৰ্জনো ১০,০০০ টকা কমি গ'ল আৰু কুৰিজন মানুহ নিবনুৱা হ'ল।

কিন্তু দ্বীপৰ দৃষ্টান্ত পাহৰি আচল সংসাৰলৈ লক্ষ্য কৰিলে, ইয়াৰ পৰিণাম আৰু মাৰাত্মক দেখা যায়। যিবোৰ মানুহ নিবনুৱা হয়, সেইবোৰৰ খৰচ কৰাৰ ক্ষমতা কমি যায়। তাৰ ফলত অন্য কিছুমান মানুহৰো উপাৰ্জনৰ বাট বন্ধ হয়। মই ঘৰ সজা কাম বন্ধ কৰাত মোৰ মিস্ত্ৰীবোৰ নিবনুৱা হোৱাত সিহঁতে দাড়ি খুৰাবলৈ আৰু চুলি কাটিবলৈও এৰিলে আৰু ফলত হাজমৰ উপাৰ্জন কমি গ'ল। সিহঁতে চিৰাৰ লগত গুড় খাবলৈ এৰিলে, নিমখেৰেই চলাই দিলে। গুড়ৰ বিক্ৰি কমি যোৱাত, গুড় তৈয়াৰ কৰোঁতাৰ উপাৰ্জন কমিল, আৰু গুড়ৰ পেৰাবোৰ এনেয়ে বহি থাকিব লগা



হ'ল। শেষত গৈ কুঁহিয়াৰৰ দাম কমিল আৰু খেতিয়কৰ উপাৰ্জন কমিল। এই দৰে পানীৰ ঢৌৰ দৰে উপাৰ্জন হ্ৰাসৰ ঢৌ চাৰিওফালে বিয়পি পৰিল। আৰম্ভণিতে যিখিনি সঞ্চয় কৰা হৈছিল, শেষত গৈ তাতকৈ অন্ততঃ চাৰি-পাঁচ গুণ সমাজৰ মুঠ উপাৰ্জন কমি গ'ল। ইয়াকেই অৰ্থনীতিত "পূৰক পৰিণতি" বোলা হয়।

সঞ্চয়ৰ এনে পৰিণতি হলেও মানুহে সঞ্চয় নকৰাকৈ থাকিব নোৱাৰে। মানুহৰ জীৱনত বিপদ-আপদ, বেমাৰ-পাতি আছে। ল'ৰা-ছোৱালীৰ শিক্ষা-দীক্ষাৰ কথা আছে। বুঢ়া বয়সৰ স্থাৱৰতাৰ চিন্তা আছে। বিয়া-বিহু, পূজা-পাৰ্বণত বৃহত্তৰ খৰচ আছে। ব্যৱসায়ৰ উত্থান-পতনৰ ভয় আছে। ব্যক্তিগত জীৱনত এইবোৰেই ডাঙৰ কথা। এইবোৰ কাৰণত সঞ্চয় নকৰিলে কেতিয়াবা ব্যক্তিৰ জীৱন ব্যৰ্থ হৈ যায়। গতিকে বাচিবলৈকে সাঁচিব লাগে। এই ফালৰপৰা চালে সঞ্চয় পৰম ধৰ্ম।

কিন্তু সঞ্চিত ধন এনেয়ে বহি থাকিব নালাগে। সঞ্চিত ধন বেংক, বীমা কোম্পানী আদিৰ জৰিয়তে ব্যৱসায়ীৰ হাতলৈ যাব লাগে। আজিকালিৰ দিনত মানুহে লোৰ চন্দুকত টকা জমা নকৰে, বেংকত জমা থয়, নাইবা বীমা কোম্পানীৰ প্ৰিমিয়াম দিয়ে। বেংক বা বীমা কোম্পানীয়ে সেই ধন ব্যৱসায়ীক ধাৰলৈ দিয়ে। ব্যৱসায়ীয়ে সেই নতুন ধনেৰে যন্ত্ৰ-পাতি কিনে অথবা যন্ত্ৰপাতি তৈয়াৰ কৰে। এই দৰে আমাৰ সঞ্চিত ধনবোৰ ব্যৱসায়ীয়ে খৰচ কৰাৰ ফলত কিছুমান মানুহে কাম পায় আৰু আয়-উপাৰ্জন কৰে। সেই বাবে সকলো ব্যৱসায়ীৰ নতুন উৎপাদনৰ খৰচৰ পৰিমাণ আমাৰ সকলোৰে মুঠ সঞ্চিত ধনৰ পৰিমাণৰ সমান হয়।

যদি কোনো কাৰণত কেতিয়াবা সঞ্চিত ধনৰ পৰিমাণ আৰু উৎপাদন কৰাৰ খৰচ একে সমান নহয়, তেনেহলে সমাজত এনে কিছুমান অৱস্থাৰ সৃষ্টি হয় যাৰ ফলত ঘূৰি পকি আকৌ সঞ্চিত ধনৰ পৰিমাণ উৎপাদন ক্ষেত্ৰৰ খৰচৰ সমান হয়। উদাহৰণ স্বৰূপে ধৰক, এখন সমাজৰ মুঠ আয় ১০০ টকা আৰু তাৰে পাঁচ ভাগৰ চাৰি ভাগ অৰ্থাৎ ৮০ টকা নিত্যব্যৱহাৰ্য বস্তু কিনাত খৰচ হয় আৰু পাঁচ ভাগৰ এভাগ অৰ্থাৎ ২০ টকা সঞ্চিত হয়। এই সঞ্চিত ধন বেংকৰ জৰিয়তে ব্যৱসায়ীৰ হাতলৈ যায় আৰু উৎপাদন ক্ষেত্ৰত খৰচ হয়। ধৰক, কিবা কাৰণত ব্যৱসায়ীয়ে উৎপাদন ক্ষেত্ৰত ২০ টকাৰ ঠাইত মাত্ৰ ১৫ টকাহে খৰচ কৰিবলৈ ললে। নিত্যব্যৱহাৰ্য ক্ষেত্ৰৰ খৰচ ৮০ আৰু উৎপাদন ক্ষেত্ৰৰ খৰচ ১৫ টকা ; দুয়ো মিলি সমাজৰ মুঠ খৰচ এতিয়া ৯৫ টকা হ'ল, আগৰ দৰে ১০০ টকা নহয়। উৎপাদন ক্ষেত্ৰত কাম কৰা মানুহৰ উপাৰ্জন ৫ টকা কমি গ'ল। এওঁলোকে নিত্যব্যৱহাৰ্য বস্তুৰ খৰচ কমাই দিবৰ বাধ্য হ'ল আৰু সঞ্চয়ৰ পৰিমাণো সেই দৰে

কমাই দিলে। তাৰ ফলত নিত্য ব্যৱহাৰ্য বস্তু তৈয়াৰ কৰোঁতাসকলৰো উপাৰ্জন কমি গ'ল—পাচলি-বেচোঁতা, মাছমৰীয়া, চাহৰ দোকানী ইত্যাদিৰ। এই দৰে এক স্তৰৰপৰা আন স্তৰলৈকে সকলোৰে উপাৰ্জন কমি গ'ল খৰচৰ পৰিমাণো কমিল, সঞ্চয়ৰ পৰিমাণো কমিল। শেষত গৈ এনে এটা অৱস্থা আহি পৰিব, য'ত সমাজৰ মুঠ আয়ৰ পৰিমাণ ১০০ টকাৰপৰা কমি গৈ হয়তো ৭৫ টকাত পৰিব। তাৰে পাঁচ ভাগৰ চাৰিভাগ অৰ্থাৎ ৬০ টকা নিত্যব্যৱহাৰ্য বস্তুত খৰচ হ'ব আৰু এক ভাগহে অৰ্থাৎ ১৫ টকা সঞ্চিত হ'ব। এই অৱস্থাত পুনঃ সঞ্চিত ধনৰ পৰিমাণ (অৰ্থাৎ ১৫ টকা) উৎপাদন ক্ষেত্ৰৰ খৰচৰ পৰিমাণৰ (অৰ্থাৎ ১৫ টকা) সমান হ'ব। কিন্তু এইটো হ'ব এটা নতুন পৰ্যায়ত, অৰ্থাৎ সমাজৰ অৱনত অৱস্থাত। বহুত মানুহ নিবনুৱা হ'ব, বহুত মানুহ কম মজুৰীত কাম কৰিব লাগিব। চাৰিওফালে উৎসাহ উদ্দীপনাত চেঁচা পানী পৰিব আৰু এটা নৈৰাশ্যৰ ছাঁই গোটেই বাতাবৰণ ঢাকি পেলাব। বাণিজ্য সংকোচনৰ সময়ত এনেকুৱা অৱস্থাৰেই সৃষ্টি হয়।

উৎপাদন ক্ষেত্ৰৰ খৰচ যদি সঞ্চিত ধনতকৈ বেছি হয়, তেন্তে সমাজত ইয়াৰ ঠিক ওলোটা পৰিণতি হয়। এনে অৱস্থাত উৎপাদন ক্ষেত্ৰত নতুন মানুহ নিয়োজিত হয়। তেওঁলোকৰ নতুন আয়ৰপৰা নতুন খৰচো হয়, নতুন সঞ্চয়ো হয়; কাৰণ আয়ৰ পাঁচ ভাগৰ চাৰিভাগ খৰচ হয় আৰু এভাগ সঞ্চিত হয়। এই নতুন খৰচৰ ফলত, নিত্যব্যৱহাৰ্য বস্তুৰ ক্ষেত্ৰতো উপাৰ্জন বৃদ্ধি হয়—পাচলি বেচোঁতা, মাছমৰীয়া, মিঠাই-ওৱালা, কাপোৰৰ দোকানী, চাহ দোকানী ইত্যাদিৰ। এই সকলৰো আকৌ খৰচো বৃদ্ধি হ'ব, সঞ্চয়ো বাঢ়িব। এই দৰে এক স্তৰৰপৰা আন স্তৰলৈ উপাৰ্জন বৃদ্ধিৰ ঢৌ বিয়পি পৰিব। লগতে খৰচো বাঢ়িব, সঞ্চয়ো বাঢ়িব। শেষত গৈ এনে এটা অৱস্থা আহিব, য'ত পুনঃ মুঠ সঞ্চয়ৰ পৰিমাণ মুঠ উৎপাদনৰ খৰচৰ সমান হ'ব। কিন্তু সেয়া হ'ব আন এটা পৰ্যায়ত—সমাজৰ আন এটা অৱস্থাত, য'ত স্থায়ী দৰমহাৰ কাম কৰা মানুহৰ অশেষ কষ্ট হয়, কিন্তু ব্যৱসায়ীৰ লাভ হয়। ব্যৱসায় প্ৰসাৰণৰ সময়ত এনেকুৱা অৱস্থাকে দেখা যায়।

ইয়াৰপৰা দেখা গ'ল যে সমাজৰ সঞ্চিত ধন আৰু উৎপাদনৰ খৰচ একে সমান নহ'লেই সমাজৰ অৰ্থনৈতিক অৱস্থা অশান্ত আৰু উদ্বেলিত হৈ উঠে। দুৰ্ভাগ্যবশতঃ এই দুটা বস্তু দুটা বেলেগ ক্ষেত্ৰত নিয়ন্ত্ৰিত হয়। আৰু সেই দেখি ইহঁত সমান হৈ থকা টান আৰু তাৰ ফলত নানা তল-ওপৰ হোৱা ঘটনাৱলীৰ মাজেদি জনসাধাৰণ জৰ্জৰিত হয়। সঞ্চিত ধনৰ পৰিমাণ নিৰ্ভৰ কৰে লাখ লাখ সাচোঁতাৰ ওপৰত, আনপক্ষে উৎপাদন খৰচৰ পৰিমাণ নিৰ্ভৰ কৰে বৃহৎ বৃহৎ কোম্পানীবোৰৰ ওপৰত।



ব্যৱসায়ীয়ে নিজৰ মতে লাভ লোকচানৰ প্ৰতি নজৰ ৰাখিহে উৎপাদন কাৰ্যৰ প্ৰসাৰণ বা সংকোচন কৰে, সঞ্চিত ধনৰ প্ৰতি কোনো লক্ষ্য নাৰাখে।

আনপাকে সাচোঁতাসকলে ব্যৱসায়ীৰ লাভ লোকচানৰ কোনো খবৰ নাৰাখে। তেওঁলোকৰ সঁচাৰ উদ্দেশ্য একেবাৰে বেলেগ, ল'ৰা-ছোৱালীৰ শিক্ষা-দীক্ষা, বিয়া বাৰু, পূজা-পাৰ্বণ ইত্যাদি। এনে অৱস্থাত সঞ্চিত ধন আৰু উৎপাদন কাৰ্যৰ খৰচ বাস্তৱ ক্ষেত্ৰত সকলো সময়তে সমান নহয়। তাৰ ফলত সমাজৰ অৰ্থনৈতিক অৱস্থিতি প্ৰায়েই অস্থিৰ আৰু উদ্বেলিত হৈ থাকে।

কিন্তু মন কৰিব লগীয়া কথা এয়ে যে সঞ্চিত ধন উৎপাদনৰ খৰচ একে সমান হ'লেও সমাজৰ অৱস্থা জয়জয় ময়ময় নহয়। এনে অৱস্থাত সমাজৰ অশান্ত অৱস্থিতি দেখাত ওৰপৰা যেন লাগে, কিন্তু সি নৈৰাশ্যৰ শান্তাৱস্থাও হ'ব পাৰে। কাৰণ সঞ্চিত ধন আৰু উৎপাদনৰ ক্ষেত্ৰৰ খৰচৰ সমতা বহু পৰ্যায়ত হ'ব পাৰে। এই কথা আগতে কোৱা হৈছে। বহু মানুহ নিবনুৱা হৈ থকা অৱস্থাত যি শান্ত অৱস্থা স্থাপিত হয়, সি মৰিশালিৰ শান্ত অৱস্থা। য'ত নিবনুৱা সমস্যা নাথাকে, অথচ সঞ্চিত ধন আৰু উৎপাদন ক্ষেত্ৰৰ খৰচৰ সমতা ৰক্ষিত হয়, সেয়েহে সমাজৰ প্ৰকৃত কাম্য অৱস্থা।

য'ত নিবনুৱা সমস্যাৰ সমাধান অৰ্থাৎ পূৰ্ণনিয়োগেই সমাজৰ মুখ্য উদ্দেশ্য, তাত মৰিশালিৰ শান্ত অৱস্থা উদ্বেলিত কৰি হ'লেও, চৰকাৰে নতুন উৰ্ধতন পৰ্যায়তে সঞ্চয়-উৎপাদনৰ সমতা স্থাপিত কৰিবলৈ চেষ্টা কৰিব লাগিব। তাকে কৰিবলৈ হ'লে, চৰকাৰে ব্যৱসায়ীসকলক নানা উপায়েৰে উৎসাহ দিব লাগিব। দৰ্কাৰ হ'লে কম সুদত টকা ধাৰ দিয়া, টেক্সৰ হাৰ কমাই দিয়া, ৰপ্তানিৰ সুবিধা কৰি দিয়া, এইবোৰ ব্যৱস্থা কৰিব লাগিব। দ্বিতীয়তে সৰ্বসাধাৰণকো খৰচ কৰিবলৈ উদগণি দিব লাগিব, দৰ্কাৰ হ'লে বিক্ৰিকৰৰ নিৰিখ কমাই দিব লাগিব।

ভ্ৰমণ ব্যৱস্থা সুচল কৰিব লাগিব, প্ৰদৰ্শনী আদি পাতিব লাগিব। এইবোৰ কৰাৰ পিছতো ফল নধৰিলে, চৰকাৰে নিজৰ খৰচৰ পৰিসৰ বঢ়াব লাগিব, যেনে ৰাস্তাঘাট নলা-বান্ধ, বিজুলী-যোগান, ইস্কুল-কলেজ লাইব্ৰেৰী আদিৰ ঘৰ-দুৱাৰ সজা কামবোৰ চৰকাৰে অতি সহজে বঢ়াব পাৰে। আৱশ্যক হ'লে এনে অৱস্থাত ঘাটি বাজেট কৰি হ'লেও এইবোৰৰ পৰিসৰ বঢ়াব লাগিব। এইবোৰ উপায় কাৰ্যকৰী হ'লে এনে এটা সময় আহিব, যেতিয়া দেশৰ প্ৰায় সকলো মানুহেই কাম পাব আৰু নিবনুৱা সমস্যা প্ৰায় বিলুপ্ত হ'ব।

জগৎবিখ্যাত অৰ্থনীতিবিদ কীন্স্ চাহাবে ১৯৩০-৩৫ চনৰ ব্যৱসায় সংকটৰ সময়ত এই দিহাকে দিছিল। ওপৰত সংক্ষিপ্তভাৱে বৰ্ণোৱা বৈপ্লৱিক তথ্য কীন্স্ চাহাবৰে

তথ্য। এই তথ্য যেতিয়া তেওঁ প্ৰথম প্ৰকাশ কৰে, তেতিয়া গোটেই পৃথিৱীয়ে চক খাই উঠিছিল। অৰ্থনীতিৰ পুৰণি তথ্যমতে ঘাটি বাজেট কল্পনাৰ বাহিৰৰ কথা। কিন্তু কীন্স্ চাহাবে কৈছিল যে ঘাটি বাজেট কৰি চৰকাৰে খৰচৰ পৰিসৰ বঢ়াব লাগে। ঘাটি বাজেট পূৰাবৰ বাবে নতুন টেক্স লগাব নালাগে। কাৰণ তেনে কৰিলে, সৰ্বসাধাৰণৰ ব্যয় কৰা ক্ষমতা কমি যাব, ফলত চৰকাৰে কৰা নিবনুৱা সমস্যা সমাধানৰ চেষ্টা অথলে যাব। ঘাটি বাজেট পূৰাব লাগে নতুনকৈ নোট ছপা কৰি। কীন্স্ চাহাবে ৰাইজকো উপদেশ দিছিল, "যিমান পাৰা সিমানে খৰচ কৰা।" এই ধৰণৰ কথাই পৃথিৱীৰ চাৰিওফালে খলক লগাই দিছিল। প্ৰায় পোন্ধৰ বছৰ ধৰি নানা তৰ্ক-বিতৰ্ক চলিল। ইতিমধ্যে আমেৰিকাৰ যুক্তৰাষ্ট্ৰত প্ৰেছিডেণ্ট ৰুজভেল্টে 'নতুন পৰিকল্পনা' মতে বৃহৎ আকাৰৰ গঠনমূলক কাৰ্যাৱলী চৰকাৰৰ জৰিয়তে সমাধা কৰিলে। তাৰ ফলত আমেৰিকাৰ ব্যৱসায় সংকটৰ শাম কাটিলে। ইয়াৰ পিছত দ্বিতীয় মহাযুদ্ধৰ সময়ত সকলো দেশৰ চৰকাৰে ঘাটি বাজেট কৰি নানা প্ৰকাৰে খৰচ বৃদ্ধি কৰিলে। বিশ্বব্যাপী ব্যৱসায় সংকটৰ ওৰ পৰিল।

মহাযুদ্ধৰ পিছত, চৰকাৰৰ খৰচৰ মাত্ৰা কমি যাব বুলি, পুনঃ ব্যৱসায় সংকটৰ বিভীষিকাই সকলো দেশকে আতঙ্কিত কৰিলে। কিন্তু ইয়াৰ ভিতৰতে কীন্স্ চাহাবৰ তথ্যৰ সত্যতা সকলো দেশেই উপলব্ধি কৰিলে আৰু তেওঁৰ উপদেশ অনুসৰি নানা গঠনমূলক আঁচনিৰদ্বাৰা নতুন কাম-কাজৰ সৃষ্টি কৰিলে। এতিয়া পৃথিৱীৰ সকলো দেশেই কীন্সৰ তথ্যত ইমান অভিজ্ঞ হৈ উঠিছে যে বাণিজ্য-চকৰি আৰু ব্যৱসায় সংকটক দূৰতেই তেওঁলোকে খেদিব পৰা হ'ল। দ্বিতীয় মহাযুদ্ধৰ আগৰ কালত প্ৰায় প্ৰতি দহ বছৰৰ মূৰে মূৰে ব্যৱসায় সংকটৰ সৃষ্টি হৈছিল। কিন্তু ১৯৩৫ চনৰপৰা আজি ৩৩ বছৰ হৈ গ'ল পশ্চিমৰ কোনো দেশতে ব্যৱসায় সংকটে দেখা দিয়া নাই।

নিবনুৱা সমস্যাৰ ক্ষেত্ৰত, প্ৰথম আৰু দ্বিতীয় মহাযুদ্ধৰ মাজৰ কালছোৱাত ব্ৰিটেইনত গড়ে প্ৰতি শতকৰা ১৩ জন মানুহ নিবনুৱা হৈ আছিল, আমেৰিকাৰ যুক্তৰাষ্ট্ৰত প্ৰায় ২০ জন, জাৰ্মানীতো অসংখ্য নিবনুৱা আছিল। কিন্তু মহাযুদ্ধৰ পিছত কীন্স্ চাহাবৰ শিক্ষা মানি লোৱাত ব্ৰিটেইনৰ নিবনুৱাৰ সংখ্যা এতিয়া শতকৰা ১½ জনলৈ নামিছে। আমেৰিকাৰ আৰু জাৰ্মানীত শতকৰা প্ৰায় ৪½ লৈ নামিছে। পশ্চিমৰ দেশবোৰে এতিয়া নিবনুৱা সমস্যালৈ আগৰ দৰে ভয় নকৰে। কাৰণ কীন্স্ চাহাবৰ দিহা অনুসৰি আৱশ্যক মতে উপযুক্ত ব্যৱস্থা লয়। বহুতো অৰ্থনীতিজ্ঞৰ মতে কীন্স্ চাহাবৰ "জেনেৰেল থিওৰি" নামৰ পুথিয়ে পশ্চিমৰ পুঁজিবাদী দেশবোৰক কমিউনিজিমৰ হাতৰপৰা ৰক্ষা কৰিছে।



এতিয়ালৈকে আমি ব্যৱসায় সংকট আৰু নিবনুৱা সমস্যাৰ ফালৰপৰাহে কীন্স্ চাহাবৰ তথ্য আলোচনা কৰিছোঁ। তেওঁ যেতিয়া এই তথ্য প্ৰকাশ কৰে, তেতিয়া গোটেই পৃথিৱী ব্যৱসায় সংকটৰ হেঁচাত আধামৰা অৱস্থাত আছিল। গতিকে তেওঁৰ তথ্যত ব্যৱসায় সংকটৰ প্ৰতিকাৰৰ বাবে বেছিকৈ জোৰ দিয়াটো তেওঁৰ পক্ষে স্বাভাৱিক। কিন্তু তেওঁৰ বিশেষণবোৰ মুদ্ৰাস্ফীতিৰ সময়তো সুন্দৰকৈ খাটে। আজিৰ দিনৰ পৃথিৱীৰ সমস্যা হৈছে মুদ্ৰাস্ফীতি আৰু বস্তুবাহানিৰ অতিৰিক্ত দাম। এই সমস্যাৰ সমাধানৰ দিহাৰ ইংগিতো কীন্স্ চাহাবৰ তথ্যতে পৰিষ্কাৰভাৱে পোৱা যায়।

আমি আগতে দেখুৱাইছোঁ যে যেতিয়া ব্যৱসায়ীসকলৰ উৎপাদনৰ খৰচ সঞ্চিত ধনতকৈ বেছি হয়, তেতিয়া ক্ৰমান্বয়ে স্তৰে স্তৰে মানুহৰ উপাৰ্জন বাঢ়ে আৰু নিবনুৱা মানুহবোৰ কামত নিযুক্ত হৈ যায়। কিন্তু যেতিয়া দেশৰ সকলোবোৰ সুস্থ মানুহে কাম পাই অটালে, তেতিয়া আৰু উৎপাদন ক্ষেত্ৰৰ পৰিসৰ বৃদ্ধিৰ আৱশ্যক নাই। কিন্তু ব্যৱসায়ীসকলে তেনে অৱস্থাতো লাভৰ মুখ দেখিলে উৎপাদন কাৰ্য বঢ়াই থাকে। ফলত উৎপাদন ক্ষেত্ৰৰ নতুন খৰচবোৰে উপাৰ্জনৰ মাত্ৰা বৃদ্ধি কৰে আৰু প্ৰত্যেকে নিত্যব্যৱহাৰ্য বস্তুবোৰ কিনিবৰ বাবে হেঁতা-ওপৰা লগায়। সকলোকে কাপোৰকানি মাছ-গাখীৰৰ উপৰিও ৰেডিঅ'-ট্ৰেনজিষ্টাৰ মটৰ-গাড়ী আদি লগা হয়। কিন্তু পূৰ্ণ নিয়োগৰ অৱস্থাত এইবোৰৰ উৎপাদন বৃদ্ধি সহজ নহয়। কিয়নো তাৰ বাবে নতুনকৈ নিয়োগ কৰিবলৈকে নিবনুৱা মানুহেই নাথাকে। তেতিয়া বৰ্ধিত আয়বোৰ অনা-বৰ্ধিত বস্তুবোৰৰ ওপৰতে খৰচ হৈ থাকে আৰু তাৰ ফলত বস্তুৰ দাম দোপতদোপে ওপৰলৈ উঠে। গতিকে পূৰ্ণ নিয়োগৰ অৱস্থাত ব্যৱসায়ীসকলে বেছিকৈ খৰচ কৰিব খুজিলেও তাত বাধাহে দিব লাগে। তেওঁলোকৰ ওপৰত ট্ৰেক্সৰ মাত্ৰা বঢ়াব লাগে। তেওঁলোকলৈ ধাৰদিয়াত বেংকবোৰে হাত টানি ধৰিব লাগে। সুদৰ নিৰিখ বঢ়াই দিব লাগে। ৰাইজকো খৰচ কমাবলৈ আৰু সঞ্চয় বঢ়াবলৈ উৎসাহ দিব লাগে। এই সময়ত সঞ্চয় আচলতে পৰম ধৰ্ম। বিক্ৰি কৰৰ নিৰিখ বঢ়াই বস্তু কিনা-বেচাত নিৰুৎসাহ কৰিব লাগে। 'প্ৰভিডেণ্ট ফাণ্ড' আদিৰ সুদৰ হাৰ বঢ়াই দিব লাগে যাতে মানুহে সাঁচিবলৈ উদগণি পায়। ক্ষুদ্ৰ-সঞ্চয় আঁচনিৰদ্বাৰা মানুহৰ সঞ্চয়ৰ অভ্যাস গঢ়ি তুলিব লাগে। তাতো ফল নধৰিলে বাধ্যতামূলক সঞ্চয়-জমাৰ ব্যৱস্থা কৰিব লাগে। চৰকাৰে নিজ গঠনমূলক আঁচনিবোৰ সম্পন্ন কৰাত লেহেম হব লাগে। পাৰিলে পাছলৈ থৈ দিব লাগে। অতিৰিক্ত বাজেটৰদ্বাৰা চৰকাৰী খৰচতকৈ চৰকাৰী আয়ৰ ঘৰত বেছি ধন ধৰিব লাগে। এইবোৰ কাৰ্যৰ উপৰিও নিত্যব্যৱহাৰ্য বস্তুবোৰৰ মূল্য

নিয়ন্ত্রণ কৰিব লাগে আৰু ‘ৰেছনিঙ’ৰ ব্যৱস্থা কৰিব লাগে। এই দুই কাৰ্যৰ ফলত ৰাইজৰ হাতৰ অতিৰিক্ত আয়-উপাৰ্জনবোৰ খৰচ কৰাৰ সুবিধা কমি যায় আৰু বাধ্য হৈ এই অতিৰিক্ত আয়বোৰ সঞ্চিত হয়। সঞ্চিত ধনৰ পৰিমাণ বৃদ্ধি হলে, বজাৰৰ খৰচৰ মাত্ৰা কমি যায়। তাৰ ফলত নিত্যব্যৱহাৰ্য বস্তুৰপৰা আয়-উপাৰ্জন কমি যায়, সেইবোৰৰ কিনা-বেচা কমি যায় আৰু শেষত সেইবোৰৰ মূল্যও কমি যায়। দ্বিতীয় মহাযুদ্ধৰ সময়ত ব্ৰিটেইন আৰু অন্যান্য দেশবোৰে এইবোৰ উপায়েৰেই বস্তুৰ মূল্য বৃদ্ধিত বাধা দিব পাৰিছিল।

কিন্তু দ্বিতীয় মহাযুদ্ধৰ পিছত পশ্চিমীয়া দেশবোৰত এটা নতুন জটিলতাই দেখা দিলে। এই জটিলতা হ’ল,—বৰ্ধিত মজুৰিৰপৰা হোৱা মূল্য-বৃদ্ধি। পূৰ্ণ নিয়োগৰ সময়ত বস্তুৰ মূল্য বৃদ্ধি হোৱাৰ লগে লগে বনুৱাসকলে তেওঁলোকৰ মজুৰি বৃদ্ধিৰো দাবী কৰে আৰু সেই দাবী মানি নললে দেশ জুৰি ধৰ্মঘট কৰে, মালিকসকলে ( চৰকাৰৰ বাহিৰে ) মজুৰি বৃদ্ধিত খুব বেছি যে আপত্তি কৰে এনে নহয়, কিয়নো মজুৰি বৃদ্ধিৰ লগতে মালিকে বস্তুৰ দামো বঢ়াই দিয়ে। মজুৰি এবাৰ বাঢ়িলে সি তললৈ সহজতে নানামে। আনপাকে বৰ্ধিত মজুৰিয়ে বজাৰত গৈ খৰচৰ মাত্ৰা বঢ়ায়, তাৰ ফলত বস্তুৰ মূল্য আকৌ বাঢ়ে। বস্তুৰ মূল্য বঢ়াত আকৌ মজুৰি বৃদ্ধিৰ আন্দোলন চলে। এই দৰে এটা পাপচক্ৰত দেশৰ গোটেই আৰ্থিক পৰিস্থিতি মেৰ খাই যায়। বস্তুৰ উৎপাদন নাবাঢ়ে, কিন্তু বস্তুৰ মূল্য অনবৰত বাঢ়িয়ে থাকে। পৰিণামত নিৰ্ধাৰিত দৰ্মহাত কাম কৰা মানুহৰ আৰু বেতনভোগী চাকৰিয়ালসকলৰ কষ্ট কুলাই পাচিয়ে নধৰা হয়।

এইবোৰৰ উপৰিও আন এটা লেখত লব লগীয়া জটিলতাই দেখা দিয়ে। সেইটো ঘটে আন্তৰ্জাতিক বাণিজ্য ক্ষেত্ৰত। যি দেশৰ বস্তুৰ মূল্য বেছি, সেই দেশৰ বস্তু আন্তৰ্জাতিক ক্ষেত্ৰত বিক্ৰি নহয়। তাৰ ফলত সেই দেশৰ বিনিময় উপাৰ্জন কমি যায়। ৰপ্তানি বস্তু উৎপন্ন কৰা উদ্যোগবোৰৰ ধাপে ধাপে লোকচান হবলৈ ধৰে আৰু তাত নিবনুৱা সমস্যাই দেখা দিয়ে। এই অৱস্থাৰপৰা উদ্ধাৰ পাবলৈকে কিছুমান দেশৰ চৰকাৰে নিজৰ মুদ্ৰাৰ মূল্য হ্ৰাস কৰে। আমাৰ দেশৰ চৰকাৰে একসময়ত তাকে কৰিছে বিট্ৰেইনেও তাকে কৰিছে। কিন্তু বহুতো দেশে মুদ্ৰাৰ মূল্য হ্ৰাস কৰাটো পছন্দ নকৰে। তেওঁলোকৰ মতে মুদ্ৰাৰ মূল্য হ্ৰাস কৰাতকৈ বস্তুৰ মূল্য হ্ৰাস কৰিব লাগে। বনুৱাৰ মজুৰি নিয়ন্ত্ৰণ কৰি, মালিকৰ লাভৰ মাত্ৰা নিয়ন্ত্ৰণ কৰি, চৰকাৰৰ খৰচৰ মাত্ৰা কমাই দি, এটা নিৰ্ধাৰিত তাৰিখৰ পিছত মজুৰি বৃদ্ধি আৰু মূল্য বৃদ্ধি বে-আইনী বুলি ঘোষণা কৰিব লাগে।



১৯৬৬ চনৰ জুলাই মাহত ব্ৰিটেইনে এই নীতি অনুসৰি মূল্য আৰু মজুৰিৰ স্থিতাৱস্থাৰ সিদ্ধান্ত লৈছিল। অলপতে ফ্ৰান্স দেশৰ বিদেশ বিনিময়ৰ অৱস্থা অতিকে কাহিল হোৱাতো সেই দেশে নিজ মুদ্ৰাৰ মূল্য হ্ৰাস নকৰিলে, বৰঞ্চ নানা ধৰণৰ টেক্স লগাই আৰু চৰকাৰৰ খৰচৰ মাত্ৰা কমাই দি দেশৰ আৰ্থিক অৱস্থা টনকিয়াল কৰিবৰ সিদ্ধান্ত লৈছে।

ভাৰতৰ দৰে অনুন্নত অথচ উন্নতিকামী দেশৰ সমস্যা আৰু বেছি জটিল। এফালে গঠনমূলক আঁচনিবোৰ বাদ দিলে দেশৰ প্ৰগতিৰ পথত বাধা পৰে। আনফালে সেইবোৰ সম্পন্ন কৰি থাকিলে মূল্য বৃদ্ধিৰ সমস্যা সহজতে সমাধান নহয়। আমাৰ দেশত এতিয়া এনে এটা অৱস্থাৰ সৃষ্টি হৈছে যে পাঁচবছৰীয়া পৰিকল্পনাখন এৰিবও নোৱাৰি বেৰিবও নোৱাৰি।

কীন্স্ চাহাবৰ পাছৰ অৰ্থনীতিজ্ঞসকলৰ বহুতে অভিমত দিয়ে যে তেখেতৰ নিবনুৱা সমস্যাৰ তথ্য অনুন্নত দেশবোৰত খটাবই নোৱাৰি। অনুন্নত দেশৰ মানুহৰ সমস্যা অতি ব্যাপক। তাৰ উপৰিও ইয়াত উৎপাদন কাৰ্যৰ অনুষ্ঠানেই নাইকিয়াৰ নিচিনা। যন্ত্ৰপাতি, কল-কাৰখানা, সুনিপুণ বনুৱা, সুনিপুণ মেনেজাৰ—সকলোৰেই অভাৱ। এনে অৱস্থাত যদিওবা চৰকাৰে গঠনমূলক কাৰ্যৰদ্বাৰা ধন খৰচ কৰি থাকে, তাৰ ফলত মানুহৰ উপাৰ্জন বাঢ়ে সঁচা, কিন্তু সেই আটাইখিনিয়েই প্ৰায় নিত্যব্যৱহাৰ্য বস্তু কিনোতে খৰচ হৈ যায়, অতি সামান্য পৰিমাণেহে সঞ্চিত হয়। অনুন্নত দেশৰ মানুহৰ মৌলিক অভাৱ অৰ্থাৎ ভাত-কাপোৰ ঘৰ-দুৱাৰ আদিৰ অভাৱো ইমান বেছি যে সঞ্চয়ৰ বাবে হাতত মুঠেই পইচা ৰাখিব নোৱাৰে। গতিকে বস্তুৰ দাম অতি মাত্ৰাই বাঢ়ি যায়। আনপাকে যন্ত্ৰপাতি কল-কাৰখানা বঢ়াবৰ সুবিধা নথকাত অসংখ্য বনুৱা থাকিলেও নতুন ফেক্টৰী আদি স্থাপিত নহয়। ফলত নিবনুৱাৰ সংখ্যা নকমে। ইফালে নিত্যব্যৱহাৰ্য বস্তুৰ উৎপাদন বৃদ্ধি নোহোৱাত, চৰকাৰে যিমানে খৰচ বঢ়ায় সিমানে অনাবৰ্ধিত বস্তুখিনি পাবৰ বাবে বৰ্ধিত উপাৰ্জনে হেঁতা-ওপৰা লগায়। তাৰ বাবেই বস্তুৰ মূল্য দোপত-দোপে বাঢ়ি থাকে। এনে অৱস্থাত ৰেছনিং, মূল্য নিয়ন্ত্ৰণ আদি পন্থা এনে দেশত অপৰিহাৰ্য হৈ উঠে।

দুৰ্ভাগ্যবশতঃ নৈতিক অৱনতিৰ হেতুকে এইবোৰ উপায়ো কাৰ্যকৰী কৰাত নানা আহুকালে দেখা দিয়ে। মুদ্ৰাস্ফীতি আৰু অতিৰিক্ত মূল্যৰ আটাইতকৈ বেয়া পৰিণাম হৈছে সমাজৰ দুৰ্নীতি বৃদ্ধি। মুদ্ৰাস্ফীতিৰ ফলত আমাৰ দেশত মধ্যবিত্ত শ্ৰেণী প্ৰায় ধ্বংসোন্মুখী হৈছে। মধ্যবিত্ত শ্ৰেণীৰ যিবিলাক ভাল গুণ আছিল, সেই-বিলাক প্ৰায় অন্তৰ্হিত হোৱাৰ দৰে হৈছে। এই গুণবোৰৰ অভাৱত সমাজৰ

নৈতিকতাৰ অৱনতি ঘটিছে। ইয়াৰ শেষ পৰিণাম যে কি হব, তাক কোৱাতকৈ কল্পনা কৰাই ভাল। এসময়ত ভাৰতত থকা আমেৰিকাৰ যুক্তৰাষ্ট্ৰৰ ৰাজদূত আৰু খ্যাতিশীল অৰ্থনীতিবিজ্ঞ গেলব্ৰেথে তেওঁতৰ "এ ক্লুয়েণ্ট ছোছাইটি" নামৰ পুথিত এই দৰে কৈছে, "নেবানেপেৰাকৈ চলি থকা মুদ্ৰাস্ফীতিয়ে দেশৰ শাসন যিমান দুৰ্বল কৰে অন্য একোৱেই তিমান কৰিব নোৱাৰে। বহু বছৰ ধৰি ফ্ৰান্স দেশৰ প্ৰশাসন আৰু কিছুদিন আগলৈকে ইটালী আৰু দক্ষিণ আমেৰিকাৰ দেশবোৰৰ প্ৰশাসন বহু দিনীয়া মুদ্ৰাস্ফীতিৰ তলত নিশকতীয়া হৈ পৰিছিল। নৈৰাশ্য আৰু সমাজব্যাপী অসন্তোষ মুদ্ৰাস্ফীতিৰ আন এটা পৰিণাম। পৃথিৱীৰ বেছিভাগ ঠাইতে বিপ্লৱ আৰু বিৰামহীন মুদ্ৰাস্ফীতিৰ ঘনিষ্ঠ সম্পৰ্ক থকাটো স্বাভাৱিক কথা।

ভাৰতৰ পক্ষে এনে সতৰ্কবাণীতকৈ অন্য কোনো বাণী অধিক বাঞ্ছিত হব নোৱাৰে।

# বুৰঞ্জীৰ অৰ্থনৈতিক আৰু নৈতিক ব্যাখ্যা

আদিম মানৱৰ দৈনন্দিন জীৱনৰ আৱশ্যকীয় বস্তু আছিল মাত্ৰ একেটা—আহাৰ। এই আহাৰ সি যোগাৰ কৰিছিল অন্য জন্তুৰ দৰে নিজৰ শাৰীৰিক শ্ৰমেৰে। গছৰ-পৰা ফল-মূল আহৰণ কৰিছিল আৰু অৰণ্যত বনৰীয়া জন্তু মাৰিছিল। বহুকাল পিছত সি শিলগুটি দলিয়াবলৈ আৰু লাঠী ব্যৱহাৰ কৰিবলৈ শিকিলে। কেনেকৈ শিকিলে কোৱা টান। হয়তো বাঘ-ভালুক আদি হিংস্ৰ জন্তুবপৰা নিজক ৰক্ষা কৰিবলৈকে স্বাভাৱিক বুদ্ধিৰ সহায়ত এই বিদ্যা শিকিলে। কিন্তু যেনেকৈয়ে শিকক, এই শিক্ষাৰ গুৰুত্ব আজিৰ দিনৰ 'ৰকেট' উৰুৱাব শিকাৰ গুৰুত্বতকৈ কম নহয়। কিয়নো ইয়াৰপৰাই মানুহে প্ৰথমবাৰলৈ শিকিলে যে সা-সঁজুলিৰ সহায় লব জানিলে মানুহৰ শক্তি দহোগুণে বাঢ়ে। আগতে দহজন মানুহে একেলগে যুঁজিও বাঘ-ভালুকক পৰাস্ত কৰিব নোৱাৰিছিল, কিন্তু এতিয়া শিলগুটি আৰু লাঠীৰ সহায়ত এজন বা দুজন মানুহেই সিহঁতক কাবু কৰিব পাৰিলে। এই নতুন সঁজুলিৰ সহায়ত তাৰ শ্ৰমৰ লাঘৱ হ'ল। এতিয়া সি শিলগুটিৰে দলি মাৰি গছৰ ফল পাৰিব পৰা হ'ল। কালত গৈ লাঠীডাল ভাঁজ কৰি তাত গুণ লগাই ধেনু তৈয়াৰ কৰিলে আৰু গুণত শিলগুটি লগাই বহু দূৰলৈ দ্ৰুতগতিত দলিমাৰি পঠিয়ালে। কেতিয়াবা আকৌ লাঠীডাল জোং কৰি যাঠি সাজিলে আৰু কেতিয়াবা শিলডোখৰ ঘঁহি-পিহি ধাৰাল কৰিলে। শ্ৰম আগতকৈ আৰু লঘু হ'ল।

কালত কৃষিৰ আবিষ্কাৰ হ'লত মানুহে আগতকৈ সহজতে খাদ্যবস্তু উৎপন্ন কৰিলে। কৃষিৰ বাবে নতুন সঁজুলি আবিষ্কাৰ কৰিলে—হাল, ফাল আৰু গৰু। ইয়াৰ সহায়ত খাদ্য উভৈনদী হ'ল। খাদ্যৰ চিন্তা কমি যোৱাত তাৰ অন্যান্য অভাৱবোৰ গুচাবৰ বাবে তাৰ মনে নতুন নতুন আবিষ্কাৰ কৰিব ধৰিলে। গছৰ বাকলি এৰি সূতা কাটিবলৈ শিকিলে আৰু সূতাক তাঁতত লগাই কাপোৰ বৱলৈ শিকিলে। সভ্যতা-সূৰুযৰ নৱীন উষাৰ হেঙুলি কিৰণ পৰিল কৃষি প্ৰধান সমাজৰ ওপৰত।

বহু যুগৰ পিছত কামৰ সঁজুলিৰ আৰু উন্নতি হ'ল। মানুহে প্ৰকৃতিৰ শক্তিক নানা প্ৰকাৰে ব্যৱহাৰ কৰিবলৈ শিকিলে। জেমচ ওৱাটে আবিষ্কাৰ কৰা পানীৰ ভাঁপৰ

শক্তিক ব্যৱহাৰ কৰা হ'ল সাজ-সঁজুলিবোৰ চলোৱাত। আৰম্ভ হ'ল যন্ত্ৰ-যুগৰ। আগতে হাজাৰ হাজাৰ মানুহে যি কাম সমাধা কৰিছিল, এতিয়া এটা যন্ত্ৰৰদ্বাৰাই সেই কাম সুকলমে কৰিব পৰা হ'ল। এটা ধানৰ কলে হাজাৰটা ঢেকীৰ সমানে চাউল চৰি উলিয়ালে; এটা কাপোৰৰ কলে হাজাৰখন তাঁতশালৰ সমানে কাপোৰ ব'ই উলিয়ালে। পৃথিৱীত এতিয়াও এই যন্ত্ৰ-যুগেই চলি আছে।

ওপৰত বৰ্ণোৱা অতি সংক্ষেপ বৃত্তান্তৰপৰা ইয়াকেই দেখা গ'ল যে যুগে যুগে বস্তু উৎপাদন কৰা সঁজুলিৰ পৰিবৰ্তন হৈ আছে আৰু লগে লগে উৎপাদন পদ্ধতিবো সলনি হৈছে। কিন্তু পৰিবৰ্তন তাতেই অন্ত নহয়। কাৰণ উৎপাদন পদ্ধতিৰ পৰিবৰ্তনৰ লগে লগে মানৱ-সমাজৰ সামাজিক, অৰ্থনৈতিক, ৰাজনৈতিক আৰু সাংস্কৃতিক পৰিস্থিতিৰো পৰিবৰ্তন হয়। ইয়াকে বুৰঞ্জীৰ অৰ্থনৈতিক ব্যাখ্যা বোলা হয়। কাৰ্লমাৰ্ক্সৰ মতে বুৰঞ্জীৰ সকলোবোৰ ডাঙৰ ঘটনাৰ গুৰিতে সা-সঁজুলি বা উৎপাদন পদ্ধতিৰ পৰিবৰ্তনৰ নিচিনা অৰ্থনৈতিক কাৰণকে পোৱা যায়। তাহানি আমি স্কুল-কলেজত পঢ়া বুৰঞ্জীবোৰ ৰজা-মহাৰজাৰ জীৱনী আৰু তেওঁলোকৰ ভিতৰত লগা যুদ্ধ-বিগ্ৰহৰ বিৱৰণী মাথোন। সেই বুৰঞ্জীত শক্তিমন্ত পুৰুষৰ ব্যক্তিগত জীৱনৰ বহল বিৱৰণ আছে। সামাজিক উত্থান-পতন আৰু বিপ্লৱক তাত আকস্মিক দুৰ্ঘটনা বুলি বৰ্ণোৱা হৈছে। যুদ্ধ-বিগ্ৰহৰ কাৰণবোৰ বিচৰা হৈছে কোনোবা দুৰাকাঙ্ক্ষী সাম্ৰাজ্যবাদী নেতাৰ উচ্চ আশাত অথবা কোনোবা ৰূপৱতী ৰাজকুঁৱৰীৰ কাৰেঙৰ ভিতৰত গোপন ষড়যন্ত্ৰত। বিপ্লৱৰ কাৰণ বিচৰা হৈছে মানুহৰ নৱ-জাগ্ৰত চেতনাৰ গুৰিত। ইংৰাজ ৰজা চাৰ্লচৰ মুণ্ড-ছেদনত দেখুৱা হৈছে গণতান্ত্ৰিক পাৰ্লিয়ামেণ্টৰ অভ্যুত্থান। ফৰাচী বিপ্লৱৰ গুৰিত দেখা গৈছে মিৰাবোঁ আৰু ৰবেছ-পিয়ঁ'ৰিৰ অগ্নিময়ী বক্তৃতা, ৰুছো আৰু ভল্টেয়াৰৰ বিদ্ৰোহ-ধ্বনি আৰু নিষ্পেষিত জনসাধাৰণৰ ৰক্ত-পিপাসা। আৰু দেখা গৈছে ৰাছিয়াৰ বিপ্লৱত বল্‌ছেভিকৰ ষড়যন্ত্ৰ, হিট্‌লাৰৰ প্ৰবল প্ৰতাপত জাৰ্মানীৰ যুদ্ধ-প্ৰিয়তা, চীনৰ দৌৰ্বল্যত গৃহ-কন্দল আৰু মোৱামৰীয়া বিদ্ৰোহত ধৰ্ম-নিগ্ৰহ।

মাৰ্ক্সৰ মতে বুৰঞ্জীৰ এনেবোৰ বৰ্ণনা তেনেই ওপৰচকুৱা। তেওঁৰ মতে উৎপাদন-পদ্ধতিৰ পৰিবৰ্তনেই হ'ল বুৰঞ্জীৰ ডাঙৰ ডাঙৰ ঘটনাৰ মূল-কাৰণ। প্ৰস্তৰ যুগত উৎপাদনৰ সঁজুলি আছিল শিলৰ টুকুৰা আৰু লাঠী। এই সঁজুলি ইমান সহজতে পোৱা গৈছিল যে তাৰ কাৰণে কোনোৱে কাৰো লগত দ্বন্দ্ব-খৰিয়াল কৰিবৰ আৱশ্যক নহৈছিল। সেয়ে সেই যুগত সমাজৰ ভিতৰত কোনো সংঘৰ্ষ নাছিল, যুদ্ধ-বিগ্ৰহ নাছিল, সকলোৱে সহজ সৰল জীৱন যাপন কৰিছিল। সেই যুগ অসভ্য



হলেও বহুতো পণ্ডিতে তাক "সোণৰ যুগ" বুলি ভাবে আৰু বহুতো কল্পনা-প্ৰৱণ কৱিয়ে সেই যুগলৈ ফিৰি যাবৰ কাৰণে আজিও হাবিলাস কৰি থাকে।

কিন্তু কামৰ সঁজুলি, সাজ-সৰঞ্জাম বা আহিলা-পাতিৰ উন্নয়ন নহলে সমাজ প্ৰগতিৰ পথত আগবাঢ়িব নোৱাৰে। প্ৰস্তৰ যুগৰ সমাজ যিমানেই শান্তিপূৰ্ণ নহওক ই প্ৰগতিশীল নাছিল। লৌহ-যুগত মানুহে লোৰপৰা দা, কুঠাৰ, কোৰ আৰু ফাল তৈয়াৰ কৰিবলৈ শিকিলে আৰু তাক উৎপাদন-পদ্ধতিত খটুৱালে অৰ্থাৎ মাটি চহাই শস্য উৎপন্ন কৰিলে। আগতে মানৱ-জাতিয়ে চামে চামে ঘূৰি ফুৰি এঠাইৰপৰা আন ঠাইলৈ গৈছিল। এতিয়া খেতি কৰিবৰ সুবিধাৰ্থে একে ঠাইতে একো একো চাম মানুহ স্থায়ীভাৱে বাসিন্দা হ'ল। কিন্তু এই মাটিয়েই হ'ল সমাজৰ নতুন সংঘৰ্ষৰ কাৰণ। সমাজৰ আটাইতকৈ শক্তিশালী পুৰুষজনে মাটিৰ স্বত্ব-স্বামিত্ব দাবী কৰিলে। তেওঁৰ অনুমতি ক্ৰমেহে সমাজৰ অন্য মানুহে খেতি কৰিব পাৰিব— এনেকুৱা হুকুম জাৰী কৰিলে সেই অনুমতিৰ পৰিৱৰ্তে তেওঁ দাবী কৰিলে ফচলৰ অংশ বিশেষ। ইয়াৰেপৰাই হ'ল মাটিৰ ভাৰাৰ উৎপত্তি। মাটিত যিমান বেছি মানুহ বহুৱাব পাৰি সিমানে তেওঁৰ লাভ। গতিকে যুদ্ধ-বিগ্ৰহৰদ্বাৰা অন্য সমাজৰ মানুহক বন্দী কৰি আনি মাটি চহোৱা দাসত পৰিণত কৰা হ'ল। এয়ে দাস-প্ৰথাৰ আঁতিগুৰি।

কালত কৃষিৰ সা-সঁজুলিৰো উন্নতি হ'ল। কৃষিৰ পদ্ধতিও প্ৰগতিশীল হ'ল। উন্নত পদ্ধতিত খেতি কৰিবলৈ হলে, খেতিয়ক শ্ৰেণী অলপ নিপুণ হোৱাৰ আৱশ্যক। দাস-প্ৰথাৰ আমোলত খেতিয়কে নৈপুণ্য অৰ্জন কৰিব নোৱাৰে, কিয়নো দাসৰ জীৱনত উৎসাহ, উদ্‌গণি আৰু আনন্দ-উৎসৱ নাই। মাটিৰ মালিকসকলে এতিয়া দাস-প্ৰথা উঠোৱাৰ বাবে আন্দোলন কৰিলে। জমিদাৰসকলৰ উদাৰতাৰ ধ্বনিয়ে গগন পৱন মুখৰিত কৰিলে। ঠায়ে ঠায়ে পুৰণি ভাবধাৰাৰ বশীভূত ৰজাৰ লগতো সংঘৰ্ষ হ'ল। ইংলণ্ডৰ ৰজাজনৰ লগত জমিদাৰ শ্ৰেণীৰ সংঘৰ্ষ ইয়াৰে উদাহৰণ। পৰাস্ত হৈ ৰজাজনে মেগ্নাকাৰ্টাত চহী দিলে। এই মেগ্নাকাৰ্টাক গণতন্ত্ৰৰ প্ৰথম খাপ বুলি বুৰঞ্জীত বৰ্ণোৱা আছে, কিন্তু ই আচলতে নতুন জমিদাৰ শ্ৰেণীৰ অভ্যুত্থানৰ আগ-জাননী। আন্দোলনৰ ফলত দাস-প্ৰথা উঠি গ'ল। মুক্ত দাসবোৰৰ লগত জমিদাৰে মুকলি চুক্তি-বন্দৱস্তী কৰি তেওঁলোকক খেতি কৰিবলৈ মাটি দিলে। এতিয়া তেওঁলোক 'ৰায়ত'ৰ শ্ৰেণীলৈ উন্নীত হ'ল। চুক্তি মতে জমিদাৰক শস্যৰ অংশবিশেষ দিব লাগিব। এই নতুন পৰিস্থিতি জমিদাৰৰ পক্ষে বেছি সুবিধাজনক, সেই বাবে ইয়াক যুগমীয়া কৰাৰ যুক্তি বিচাৰি উলিওৱা হ'ল। সেই যুক্তি হ'ল মুকলি

চুক্তি-বন্দৱস্তীৰ স্বাধীনতা। এই স্বাধীনতা কায়েম কৰিবলৈ আইন লাগে। পাৰ্লিয়ামেণ্টৰ উচ্চপৰিষদ জমিদাৰ শ্ৰেণীৰ প্ৰতিনিধিৰে ভৰি পৰিল আৰু তেওঁলোকে সহজতে আৱশ্যকীয় আইন-কানুন পাছ কৰি ললে।

য়ুৰোপৰ মধ্যযুগৰ পিছত সা-সঁজুলিৰ এটা বৈপ্লৱিক পৰিবৰ্তন ঘটিল। পানীৰ ভাঁপেৰে চলোৱা যন্ত্ৰ আবিষ্কৃত হ'ল। আৰ্কৰাইট আৰু জেনিঙৰ আবিষ্কাৰৰ ফলত তাঁতশালবোৰ যন্ত্ৰচালিত হ'ল। যন্ত্ৰ চলাবলৈ কল-কাৰখানা পতা হ'ল। কিন্তু কল-কাৰখানা পাতিবলৈ ধন লাগে। ধন আৰ্জিবলৈ আন্তৰ্জাতিক বাণিজ্য লাগে। আন্তৰ্জাতিক বাণিজ্য নিৰাপদ আৰু যুগমীয়া কৰিবলৈ উপনিৱেশ লাগে। ইংলণ্ড, ফৰাচী, ডাচ্, পৰ্টুগীজ—সকলোৱে পূবে-পশ্চিমে বিয়পি পৰিল। পৰৰ দেশত নতুন বুৰঞ্জী সৃষ্টি কৰিলে শোষণৰ বুৰঞ্জী। অজস্ৰ ধন-সোণ আহিল য়ুৰোপলৈ। সেই ধনে ব্যৱসায়ী শ্ৰেণীৰ কল-কাৰখানা পতা কাম সুচল কৰিলে। তেওঁলোকৰ ঐশ্বৰ্য-সম্পদৰ আগত জমিদাৰ শ্ৰেণী নিষ্প্ৰভ হৈ পৰিল। ব্যৱসায়ীৰ যন্ত্ৰ-পাতি আৰু কল-কাৰখানাৰে দেশবোৰ ভৰি পৰিল। কিন্তু এই যন্ত্ৰ-পাতিবোৰ অলপ জটিল ধৰণৰ। এইবোৰ চলাবলৈ ইঞ্জিনিয়াৰ লাগে, সুনিপুণ বনুৱা লাগে। বনুৱা সুনিপুণ হবলৈকে অন্ততঃ প্ৰাথমিক শিক্ষা লাগে আৰু ইঞ্জিনিয়াৰ হবলৈকে টেক্‌নিকেল শিক্ষা লাগে। সেয়ে ব্যৱসায়ী শ্ৰেণীয়ে নতুন যুগৰ নতুন ধ্বনি তুলিলে,—"লাগে বাধ্যতামূলক প্ৰাথমিক শিক্ষা, লাগে স্কুল-কলেজ, লাগে টেক্‌নিকেল শিক্ষানুষ্ঠান।" এইবোৰ চাৰিওফালে গঢ়ি উঠিল। কিন্তু তথাপিও ফেক্টৰীৰ বাবে লগা আৱশ্যকীয় সংখ্যাৰ বনুৱা পোৱা নাযায়। সেই বাবে লাগে এনে এদল মানুহ যাৰ কোনো মাটি-বাৰী নাই, সা-সম্পত্তি নাই, সি "নান্নং ন-বস্ত্ৰং," যাৰ শৰীৰটোৱেই একমাত্ৰ আৰ্জোনৰ উপকৰণ। এনেকুৱা এদল মানুহ সৃষ্টি কৰিব পাৰি, যদি কুটীৰ-শিল্প আৰু খেতিত লাগি থকা মানুহবোৰক তাৰপৰা উচ্ছেদ কৰিব পাৰি। সেই উদ্দেশ্যে ব্যৱসায়ী-সকলে মাৰাত্মক অৰিয়া-অৰিৰদ্বাৰা কুটীৰ-শিল্পবোৰ ধ্বংস কৰিলে আৰু জমিদাৰৰ-পৰা মাটিবোৰ কিনি ট্ৰেক্টৰেৰে চহোৱা বিৰাট বিৰাট কৃষি ফাৰ্ম পাতিলে। ফলত, কুটীৰ শিল্পৰপৰা উচ্ছন্ন হোৱা শিল্পীসকল আৰু মাটিৰপৰা উচ্ছন্ন হোৱা খেতিয়কসকল "নান্নং ন-বস্ত্ৰং" হৈ ফেক্টৰীৰ দুৱাৰমুখত কাম বিচাৰি হাজিৰ হ'ল। ইয়াৰ লগতে ব্যৱসায়ী শ্ৰেণীয়ে চলালে পূৰ্ণ ব্যক্তি-স্বাধীনতাৰ আন্দোলন। কিয়নো পূৰ্ণব্যক্তি-স্বাধীনতা থাকিলে, জমিদাৰে ৰায়ত শ্ৰেণীক সাতামপুৰুষীয়া চুক্তিৰদ্বাৰা বান্ধি ৰাখিব নোৱাৰিব। সেই চুক্তি ভাঙি ৰায়তে ফেক্টৰীত কাম কৰিবলৈ স্বাধীনতা পাব। এই আন্দোলনে সেই সময়ৰ ভাবুকসকলকো স্পৰ্শ কৰিলে। ৰুচোই



লিখিলে, "জন্মৰ সময়ত মানুহ স্বাধীন হৈয়েই জন্মে, কিন্তু পিছত দেখে তাৰ হাত-ভৰি সকলোতে শিকলি লগোৱা।" ভলটেয়াৰে পিটিলে উপহাসৰ সোকাৰে সমস্ত জমিদাৰ শ্ৰেণীক। ফৰাচী বিপ্লৱৰ জয়-ধ্বনি হ'ল, "সাম্য, মৈত্ৰী, স্বাধীনতা"। সাম্য ক'ৰবাত পৰি থাকিল, কিন্তু ব্যক্তি-স্বাধীনতাই ব্যৱসায়ীৰ দুৱাৰমুখত হাজাৰ হাজাৰ বনুৱাক হাজিৰ কৰি দিলে। ইংলণ্ডত নতুনকৈ ধনী হোৱা ব্যৱসায়ী শ্ৰেণীয়ে ক্ৰমওৱেলক হাতত লৈ পাৰ্লিয়ামেণ্ট মহাসভাত ভৰি পৰিল। ৰজা চাৰ্লচে জমিদাৰ শ্ৰেণীক সহায় কৰা দেখি, তেওঁৰ বিৰুদ্ধেও ব্যৱসায়ী শ্ৰেণীয়ে মূৰ দাঙি উঠিল। দেশত খোলা-খুলি বিদ্ৰোহ চলিল আৰু শেষত ৰজা চাৰ্লচে নিজৰ মূৰকে হেৰুৱালে। গণতন্ত্ৰৰ নামত ব্যৱসায়ী শ্ৰেণীৰ প্ৰতিনিধিয়ে কি পাৰ্লিয়ামেণ্ট, কি কাৰ্যপালিকা, কি প্ৰতিৰক্ষা বিভাগ, কি বিচাৰ-বিভাগ সকলোতে প্ৰভুত্ব কৰিবলৈ ধৰিলে। নতুন-যুগ, "বেনেছা"ৰ দুন্দুভি ধ্বনিয়ে গোটেই য়ুৰোপক মুখৰিত কৰিলে। কবিয়ে গালে ব্যক্তি-স্বাধীনতাৰ গীতিকা। নাট্যকাৰে লিখিলে ব্যক্তি-স্বাধীনতাৰ নাটিকা। আইনজ্ঞই লিখিলে ব্যক্তি-স্বাধীনতাৰ নতুন তথ্য। আদালতে দিলে ব্যক্তি-স্বাধীনতাৰ দৰ্শনেৰে ভৰা পাণ্ডিত্যপূৰ্ণ ৰায়। ৰাজনীতিজ্ঞই লিখিলে ব্যক্তি-স্বাধীনতাৰ ৰাষ্ট্ৰনৈতিক শাস্ত্ৰ। অৰ্থনীতিজ্ঞই দেখিলে ব্যক্তি-স্বাধীনতাৰ মাজেদি প্ৰকৃতিৰ অকাট্য নিৰ্বন্ধ।

এনেকুৱাবোৰ ঐতিহাসিক দৃষ্টান্তৰদ্বাৰাই মাৰ্ক্সে দেখুৱায় যে "সমাজৰ উৎপাদন-প্ৰণালী যি ধৰণৰ ঠিক সেই ধৰণৰে হয় সমাজৰ চিন্তাধাৰা, ৰাজনৈতিক মতামত আৰু অনুষ্ঠানসমূহ।" উৎপাদন-পদ্ধতিৰ নেতাসকলে বিচাৰে যে সমাজৰ অনুষ্ঠানবোৰ এনে ধৰণৰ হব লাগে যাতে তেওঁলোকৰ উৎপাদন পদ্ধতি অতি স্বচ্ছন্দে চলি থাকিব পাৰে। এই উদ্দেশ্য সিদ্ধিৰ অৰ্থে তেওঁলোকে কোনো চেষ্টাৰে ত্ৰুটী নকৰে। বাতৰি কাকত, আলোচনী কাকত, সাহিত্য, নাট, ভাওনা, ৰঙ্গমঞ্চ, চিনেমা, ৰেডিঅ', সভা-সমিতি, মেল-মিটিং সকলোৰে জৰিয়তে তেওঁলোকৰ উৎপাদনপদ্ধতি কেনেকৈ অক্ষুণ্ণ থাকে তাৰে প্ৰচাৰ কৰে। তাৰ ফলত অজ্ঞাতসাৰেও বহুতো লিখক, পণ্ডিত আৰু ভাবুক একে সোঁতে ভাহি যায়। এই সকলৰপৰা সমৰ্থন পালে, উৎপাদন-পদ্ধতিৰ নেতাসকলৰ সিংহাসন সুদৃঢ় হয়। কিন্তু নিজৰ অৱস্থা দৃঢ় কৰাৰ আটাইতকৈ সহজ উপায় হ'ল, ৰাজনৈতিক প্ৰতিপত্তি। এই প্ৰতিপত্তিৰ বাবে উৎপাদন ক্ষেত্ৰৰ নেতাসকলে কোনো চেষ্টাকে বাদ নিদিয়ে। ৰাজতন্ত্ৰত তেওঁলোকে ৰজাক নিজৰ হাতত ৰাখে। গণতন্ত্ৰত তেওঁলোকে আইন সভা, শিক্ষানুষ্ঠান, সৈন্য বিভাগ, ন্যায়পালিকা আৰু কাৰ্যপালিকাত প্ৰভাৱ বিস্তাৰ কৰে। যদি কেতিয়াবা

গণতন্ত্রই তেওঁলোকৰ স্বাৰ্থত বিঘিনি ঘটায়, তেনেহলে গণতন্ত্ৰৰে অৱসান ঘটাবলৈ তেওঁলোকে কুণ্ঠাবোধ নকৰে। প্ৰথম মহাযুদ্ধৰ পিছত, জাৰ্মানী আৰু ইটালীত গণতন্ত্ৰৰ সহায়ত চিৰদিন নিষ্পেষিত বনুৱাসকলে মূৰ দাঙি উঠিছিল, সেই দেখি তাৰ উৎপাদন-ক্ষেত্ৰৰ নেতাসকলে ফেছিজিম আৰু নাজিজিমকে সহায় কৰিলে। ফলত সেই দুই দেশত গণতন্ত্ৰতো অন্তৰ্হিত হলেই, গোটেই পৃথিৱীকে দ্বিতীয় মহাযুদ্ধৰ বিহ-জুইয়ে বেঢ়ি ধৰিলে।

গতিকে মাৰ্ক্সৰ মতে বুৰঞ্জীৰ পৃথিৱী কঁপোৱা ঘটনাৱলীৰ গুৰিতে অৰ্থনৈতিক কাৰণহে। যি শ্ৰেণীৰ মানুহৰ হাতত উৎপাদনৰ সা-সঁজুলি থাকে, সেই শ্ৰেণীৰ মানুহেই সমাজৰ সকলোবোৰ অনুষ্ঠানতে প্ৰভুত্ব কৰে। যদি কোনো অনুষ্ঠানে তেওঁলোকৰ স্বাৰ্থত ব্যাঘাত জন্মায়, তেওঁলোকে সেই অনুষ্ঠান বিনষ্ট কৰি, তেওঁলোকৰ স্বাৰ্থৰ অনুকূলে অনুষ্ঠান গঢ়ি তোলে। যদি ৰাষ্ট্ৰ-শক্তিয়ে ব্যাঘাত জন্মায়, তেনেহলে ৰাষ্ট্ৰ-বিপ্লৱ ঘটোৱাতো তেওঁলোকে পাছ নোহোঁহোকে।

এই তথ্যৰ পোহৰতে মাৰ্ক্সে ভৱিষ্যতৰ সমাজ সম্বন্ধেও কেতবোৰ ভৱিষ্যৎ-বাণী কৰিছিল। বৰ্তমান যুগৰ কল-কাৰখানাৰ বিৰাট বিৰাট যন্ত্ৰবোৰ হাজাৰ হাজাৰ বনুৱাৰ সহযোগতহে ঘূৰে। বৰ্তমান যুগৰ উৎপাদন-পদ্ধতি সামূহিক পদ্ধতি। এই পদ্ধতি আগৰ পদ্ধতিতকৈ বেলেগ। যিহেতু উৎপাদন-পদ্ধতি পৰিবৰ্তিত হৈছে, সমাজৰ অন্যান্য অনুষ্ঠানবোৰও পৰিবৰ্তিত হোৱাটো স্বাভাৱিক। যদি অনুষ্ঠানবোৰ পৰিবৰ্তিত হোৱাত কোনো বাধা জন্মে, তেন্তে সংঘৰ্ষ অৱশ্যম্ভাৱী। সেই সংঘৰ্ষত পৰিবৰ্তনক সমৰ্থন কৰা দলৰ জয়ও অৱশ্যম্ভাৱী। কাৰণ ই ইতিহাসৰ নিৰ্বন্ধ। বৰ্তমান যুগত সংঘৰ্ষৰ এটা স্থল ফট্‌ফটীয়াকৈ ওলাই আছে। সামূহিক উৎপাদনৰ পৰা উৎপন্ন হোৱা বস্তুবোৰ ব্যক্তিগত সম্পত্তি হিচাপে মিল-মালিকৰ হাতলৈ গৈ আছে। এইটো এটা অসঙ্গত ঘটনা। সামূহিক উৎপাদনৰপৰা উৎপন্ন হোৱা বস্তুসমূহ ৰাইজৰ হাতলৈ যাব লাগে অৰ্থাৎ বনুৱা আৰু মালিক দুয়োৰে ইয়াৰ লাভৰ অংশ পাব লাগে। যদি সেয়া নহয়, তেনেহলে দ্বিতীয় উপায় হৈছে, উৎপাদনৰ সা-সঁজুলিৰ স্বত্ব ব্যক্তিৰ হাতৰপৰা ৰাষ্ট্ৰৰ হাতলৈ আনিব লাগে। ১৯১৮ চনত ৰাছিয়াই তাকেই কৰিলে। অন্যান্য সমাজবাদী ৰাষ্ট্ৰবোৰেও বিভিন্ন উপায়েৰে তাকেই কৰি আছে। য'ত তাকে কৰা নাই, ত'ত এসময়ত নহয় এসময়ত সংঘৰ্ষ হবই।

এয়ে হ'ল মাৰ্ক্সৰ "বুৰঞ্জীৰ অৰ্থনৈতিক ব্যাখ্যা"। থূল-মূলকৈ এই তথ্যৰ কেন্দ্ৰীয় যুক্তি প্ৰায় সকলো দেশৰ পণ্ডিতবৃন্দই কিছু পৰিমাণে মানি লয়। অৱশ্যে মাৰ্ক্সে যি



ধৰণে এই তথ্য বনাইছে, ঠিক সেই ধৰণে আখৰে আখৰে ইয়াক মানি লোৱাৰ আৱশ্যক নহয়। বুৰঞ্জীৰ সকলোবোৰ ডাঙৰ ঘটনাৰ গুৰিতে অৰ্থনৈতিক কাৰণ থাকিব পাৰে সঁচা, কিন্তু এইবোৰত অন্যান্য কাৰণো বহুত সময়ত মিহলি হৈ থকাটো অস্বাভাৱিক নহয়, যেনে—জাতীয়তাবাদ, ধৰ্ম, আত্ম-সন্মান, ব্যক্তিগত প্ৰেম, ব্যক্তিগত বিদ্বেষ, প্ৰতিহিংসা, বৰ্ণ-বৈষম্য, সাম্প্ৰদায়িকতা ইত্যাদি। অষ্টাদশ শতাব্দীৰ য়ুৰোপত জাতীয়তাবাদ আৰু সাম্ৰাজ্যবাদৰ অভ্যুত্থান হৈছিল আৰু তাৰেপৰাই যে নানা যুদ্ধ-বিগ্ৰহৰ উৎপত্তি হৈছিল সেই কথা একেবাৰে নুই কৰিব নোৱাৰি।

মাৰ্ক্সৰ ভৱিষ্যৎ-বাণীবোৰ ৰুছিয়া আৰু চীনৰ বাহিৰে অন্য ঠাইত মিলা নাই। তাতো অনা-অৰ্থনৈতিক কাৰণ যে মিহলি হৈ থকা নাই তাক জোৰ দি কোৱা টান। বহুতো পণ্ডিতৰ মতে বুৰঞ্জীৰ ডাঙৰ ঘটনাবোৰ অকল অৰ্থনৈতিক কাৰণতে নহয়, নৈতিক, অৰ্থনৈতিক, ৰাজনৈতিক, সামাজিক আদি নানা শক্তিৰ টনাটনিত ঘটি উঠে।

বৰ্তমান যুগৰ বিশ্ব-বিখ্যাত বুৰঞ্জীবিদ আৰ্ণল্ড টয়নবিয়ে বুৰঞ্জীৰ ঘটনাৱলীৰ নৈতিক ব্যাখ্যা দিছে। তেওঁৰ মতে সমাজৰ উদ্‌গতিশীল পৰিবৰ্তন হয় দুৰ্ঘোৰ অৱস্থাৰ আহ্বান আৰু তাৰ কৃতিত্বপূৰ্ণ উত্তৰত। সমাজৰ অধোগতি হয়, যদি এই আহ্বানক কৃতিত্বৰে উত্তৰ দিব নোৱাৰি। এই দুৰ্ঘোৰ অৱস্থা হব পাৰে ভৌগোলিক কাৰণত, যেনে নতুন দেশলৈ গৈ বন-জঙ্গলৰ সমুখীন হোৱা অথবা সাগৰৰ মাজত জীৱন যাপনৰ সমুখীন হোৱা, অথবা বাহিৰৰ শত্ৰুৰ সশস্ত্ৰ আক্ৰমণৰ সমুখীন হোৱা, নাইবা বিদেশী শক্তিৰ তলত বহুকাল ধৰি নিষ্পেষিত হোৱা। এই দুৰ্ঘোৰ অৱস্থা হব পাৰে অনা-ভৌগোলিক কাৰণৰপৰাও, অৰ্থাৎ সমাজৰ নিজৰেই আভ্যন্তৰীণ পৰিস্থিতিৰপৰা, যেনে সংখ্যালঘিষ্ঠ প্ৰতিক্ৰিয়াশীল শ্ৰেণীয়ে সমাজৰ সংখ্যাগৰিষ্ঠ সাধাৰণ শ্ৰেণীৰ ওপৰত অত্যাচাৰ কৰা। যেতিয়ালৈকে প্ৰতিপত্তিশীল সংখ্যালঘিষ্ঠ শ্ৰেণীয়ে নতুন নতুন সৃজনমূলক কাৰ্যৰদ্বাৰা সমাজক উন্নতিৰ পথেৰে আগুৱাই লৈ যাব পাৰে তেতিয়ালৈকে সংখ্যাগৰিষ্ঠ শ্ৰেণীয়ে তেওঁলোকক অনুসৰণ কৰি থাকে। যেতিয়া সংখ্যালঘিষ্ঠ শ্ৰেণীৰ সৃজনৰ ক্ষমতা হ্ৰাস পায়, তেতিয়া তেওঁলোকে সংখ্যাগৰিষ্ঠ সৰ্বসাধাৰণক অত্যাচাৰ কৰিবলৈ ধৰে। সেই সময়ত যদি সৰ্বসাধাৰণে এই নতুন অৱস্থাৰ আহ্বানত কৃতিত্বেৰে প্ৰত্যুত্তৰ দিব পাৰে, তেন্তে সমাজ এটা নতুন থাপলৈ উন্নীত হয়। মাৰ্ক্সৰ তথ্যত উনুকিওৱা নতুন সা-সঁজুলিৰপৰা সমাজত যি আহ্বানৰ সৃষ্টি হয়, সি সৃজনমূলক আহ্বান, গতিকে তেতিয়া সৰ্বসাধাৰণে সংঘৰ্ষ নোহোৱাকৈয়ে নেতাসকলক অনুসৰণ কৰে। কিন্তু আচল আহ্বান আহে যেতিয়া

সা-সঁজুলিৰ উন্নতি নহৈ অধোগতি হয়। সেই আহ্বান দুৰ্ঘোৰ অৱস্থাৰ আহ্বান। সেই সময়ত সাধাৰণতে সৰ্বসাধাৰণ সমাজে নেতাসকলক অনুসৰণ কৰিবলৈ এৰে আৰু তেতিয়াহে সমাজত সংঘৰ্ষ হয়। যদি তেতিয়া সৰ্বসাধাৰণ সমাজৰপৰাই আকৌ নতুন এক শ্ৰেণী নেতাৰ সৃষ্টি হয় আৰু সেই শ্ৰেণীয়ে সমাজক সৃজনমূলক নতুন বাটেৰে লৈ যাব পাৰে, তেনেহলে সমাজ এক নতুন খাপলৈ উধায়। ইয়াকেই কৃতিত্বপূৰ্ণ প্ৰত্যুত্তৰ বোলে। যদি এনেকুৱা প্ৰত্যুত্তৰ দিব নোৱাৰে, তেন্তে সমাজ অধোগতিৰ ফালে নামি যায়। দ্বিতীয়তে সা-সঁজুলিৰ আৰু যন্ত্ৰপাতিৰ উন্নতি হলেই যে সমাজৰ সকলোফালে আপোনা-আপুনি উন্নতি হব, সেই কথাও সকলো সময়তে নাখাটে। যন্ত্ৰপাতিৰ উন্নয়নৰ লগে লগে কেতিয়াবা সভ্যতাৰ ওভোতা সোঁত বোৱাহে দেখা যায়। আৰ্ণল্ড টয়নবিয়ে এটা সাধাৰণ উদাহৰণেৰে এই কথাটো বুজাবৰ চেষ্টা কৰিছে। তাহানি কালত দেশৰ আলিবাটবোৰ পকা নাছিল। সেই সময়ত আলিবাটেৰে যিবোৰ গাড়ী গৈছিল, সেইবোৰ আছিল গৰু গাড়ী, ঘোঁৰা গাড়ী, হাতেৰে টনা চকা গাড়ী ইত্যাদি। সেইবোৰৰ গতি অতি মন্থৰ আছিল, কিন্তু গৈ থাকোঁতে সেইবোৰৰ মাজত কোনো খকাখুন্দা নালাগিছিল। লাগিলেও খুন-জখম বৰকৈ নহৈছিল। যন্ত্ৰ যুগৰ উন্নতিৰ ফলত মটৰ গাড়ী ওলাল, আলিবাটবোৰো পকা হ'ল, সেইবোৰেৰে বিজুলী বেগেৰে "স্পোটিংকাৰ" যায়, দৈত্যৰ দৰে ল'ৰী-বাছবোৰ যায়। এতিয়া সময়ৰ সমস্যা আৰু দূৰত্বৰ সমস্যা সমাধান হ'ল, কিন্তু আন এক নতুন সমস্যাই দেখা দিলে। সেই সমস্যা দুৰ্ঘটনাৰ সমস্যা। এতিয়া আলিবাটত ঘন-ঘনকৈ দুৰ্ঘটনা হয় আৰু হলে প্ৰায়েই মানুহ মৃত্যু মুখত পৰে নাইবা চিৰকাললৈ পঙ্গু হয়। দূৰত্ব জয় কৰা হ'ল, কিন্তু খোজেপতি মৃত্যুৰ বিভীষিকা আহি চকুৰ আগত থিয় হ'ল। এই সমস্যাৰ সমাধান কৰিবলৈ হলে, লাগে গাড়ী চালকৰ আত্ম-নিয়ন্ত্ৰণৰ ক্ষমতা, অৰ্থাৎ আত্ম-সংযম। ইয়াতে এটা নৈতিক সমস্যাৰ উদ্ভৱ হ'ল। এই নৈতিক সমস্যাৰ সমাধানৰ ওপৰত নিৰ্ভৰ কৰে উন্নত আলিবাটৰ সমস্যাৰ আচল সমাধান। গতিকে যন্ত্ৰপাতিৰ উন্নয়নে বহু ক্ষেত্ৰত কিছুমান নৈতিক সমস্যাৰহে সৃষ্টি কৰে আৰু সেই নৈতিক সমস্যাৰ সমাধান নহলে সমাজ উন্নতিৰ ফালে নগৈ অধোগতিৰ ফালেহে যায়। বৰ্তমান যুগৰ জগতত বহুতো যন্ত্ৰপাতিৰ উন্নয়ন হৈছে। কিন্তু যিসকল বৈজ্ঞানিকৰ আবিষ্কাৰৰ ফলত এই যন্ত্ৰোন্নয়ন সম্ভৱ হৈছে, তেওঁলোকেই সন্দেহৰ সৈতে ৰিঙিয়াই প্ৰশ্ন কৰিছে, "পৃথিৱীখন গৈছে কোন ফালে, ধ্বংসৰ ফালে নে উন্নতিৰ ফালে?" আৰ্ণল্ড টয়নবিয়ে সেই বাবে কৈছে যে আচল সমাধান হব পাৰে নৈতিক চৰিত্ৰৰ উন্নয়নৰদ্বাৰাহে। বুৰঞ্জীৰ ব্যাখ্যাত এই



নৈতিক প্ৰশ্নটিৰদ্বাৰাহে সঁচা উত্তৰ পাব পাৰি। অৰ্থনৈতিক ব্যাখ্যাৰদ্বাৰা কেতবোৰ ঘটনা বুজাব পাৰিলেও বুৰঞ্জীৰ উত্থান-পতনৰ সকলোবোৰ ঘটনা বুজাব নোৱাৰি।

নৈতিক আহ্বানৰ সমুখীন হৈ অকৃতকাৰ্য হোৱাৰ উদাহৰণৰ স্বৰূপে টয়নবিয়ে মিচৰৰ পিৰামিড্‌বোৰক আঙুলিয়াইছে। নীল নদীৰ উপত্যকাৰ ভৌগোলিক আহ্বানৰ সমুখীন হৈ মিচৰৰ ৰজা আৰু নেতৃবৃন্দই প্ৰথমতে তাৰ প্ৰত্যুত্তৰ দিছিল নীল নদীক নিয়ন্ত্ৰণ কৰি, মৰুভূমিত পানী সিঁচি আৰু তাত বৈজ্ঞানিক পদ্ধতিৰে খেতি কৰি। তাকে কৰিবলৈকে অসংখ্য মানুহক কি ধৰণে শিক্ষা দিছিল আৰু সংগঠন কৰিছিল, তাক ভাবিলে আচৰিত হব লাগে। মিচৰীয় নেতাসকলৰ নেতৃত্বত জনগণে যন্ত্ৰপাতি বিষয়ৰ জ্ঞান লাভত যথেষ্ট পাৰ্গতালি দেখুৱাইছিল। কিন্তু ইয়াৰ পিছতেই প্ৰশ্ন উঠিল, জনগণৰ এই নিয়মানুবৰ্তিতাপূৰ্ণ অনুষ্ঠান আৰু যন্ত্ৰপাতি সম্পৰ্কীয় জ্ঞান-অভিজ্ঞতা, সৰ্বসাধাৰণ ৰাইজৰ উন্নয়নৰ অৰ্থে সদায় ব্যৱহৃত হৈছিল নে? এই প্ৰশ্ন নৈতিক প্ৰশ্ন। কিন্তু এই প্ৰশ্নৰ প্ৰকৃত সমিধান মিচৰৰ ৰজাই দিব নোৱাৰিলে। বৰঞ্চ জনগণৰ নিয়মানুবৰ্তিতা আৰু যন্ত্ৰপাতি সম্পৰ্কীয় জ্ঞান-অভিজ্ঞতাক ৰজাই অপব্যৱহাৰ কৰিলে মিচৰৰ পিৰামিড্‌ তৈয়াৰ কৰাত। সেই পিৰামিড্‌ তৈয়াৰ কৰিবৰ বাবে লক্ষ লক্ষ যন্ত্ৰ-চালনা-দক্ষ কৰ্মীক দিনে-ৰাতিয়ে খটুৱালে। ৰজা অমৰ হ'ল। কিন্তু সেই মানুহবোৰৰ জীৱন নিস্ফল হ'ল, কোনো সৃজনমূলক কাৰ্যত ব্যৱহৃত নহ'ল। মিচৰৰ সভ্যতাই অধোগতিৰ বহল বাটেৰে নামি আহিল।

গতিকে বুৰঞ্জীৰ আচল সমস্যা হৈছে নৈতিক সমস্যা। যুগে যুগে ডাঙৰ ডাঙৰ ঘটনা ঘটে এই নৈতিক সমস্যাৰপৰাই। মানৱ জাতিয়ে উন্নতিৰ নতুন খাপলৈ উধায় এই নৈতিক সমস্যা সমাধান কৰিব পাৰিলেহে। সা-সঁজুলিৰ আৰু যন্ত্ৰপাতিৰ উন্নয়নৰদ্বাৰা মানৱ জাতি চন্দ্ৰলোকলৈ, গ্ৰহ-উপগ্ৰহলৈ ভ্ৰমণ কৰিবলৈ সমৰ্থ হব পাৰে সঁচা, কিন্তু যন্ত্ৰপাতিৰ উন্নয়নৰ ফলত এট'ম বোমা, হাইড্ৰোজেন বোমা ব্যৱহাৰ কৰি মানৱ জাতিয়ে আত্মঘাতী হৈ নিজকে ধ্বংসও কৰিব পাৰে। নৈতিক উন্নয়নৰ পৰাহে যন্ত্ৰপাতি উন্নয়নৰ সুফল ভোগ কৰিব পাৰি। টয়নবিৰ মতে বুৰঞ্জীৰ ব্যাখ্যা হব লাগে নৈতিক, অৰ্থনৈতিক নহয়।

# মজলীয়া শ্ৰেণী

আজিৰ দিনত মজলীয়া শ্ৰেণীৰ অৱস্থাটো হৈছে কলিকতাৰ মাজ ৰাস্তাৰে যোৱা চাইকেল আৰোহীৰ দৰে,—এফালে অসংখ্য মটৰ গাড়ী তীব্ৰ গতিত দৌৰি আছে, আনফালে ফুটপাথেৰে হেজাৰ বিজাৰ পদ-যাত্ৰীয়ে গা ঠেলা ঠেলিকৈ খোজ কাঢ়ি আছে। তাৰ মাজেদিয়েই অতি সাৱধানে, অতি নৈপুণ্যেৰে চাইকেল আৰোহীয়ে কোনোমতে গা বঁচাই গৈ আছে, বেছি বেগেৰে যাব খুজিলে মটৰ গাড়ীত খুন্দা খাই প্ৰাণ হেৰুওৱাৰ আশংকা আছে। আনপাকে ফুটপাথত উঠিলেও পদ-যাত্ৰীৰ কিল-ভুকু খোৱাৰ সম্ভাৱনা আছে। নিজৰ অস্তিত্ব বজাই ৰাখি চলোঁতে, প্ৰতি মুহূৰ্ততে তাৰ বিপদৰ আশংকা আছে, চাইকেল এৰি খোজ ললে বিপদ কম, চাইকেল এৰি মটৰত উঠিলে বিপদ নাই। কিন্তু সি কোনোপধ্যে চাইকেলখন এৰিব নোখোজে।

কিন্তু আগতে এই শ্ৰেণীৰ অৱস্থা এনেকুৱা বিপদ-সংকুল নাছিল। কবলৈ গলে একসময়ত এই শ্ৰেণীয়েই সমাজৰ ধৰণী আছিল। এই কথাৰ আলোচনাত নমাৰ আগতে, মজলীয়া শ্ৰেণী নো কাক বোলা হৈছে সেইটো অলপ উনুকিওৱা আৱশ্যক।

মজলীয়া শ্ৰেণীৰ কোনো সূত্ৰ নাই। কোনো পাঠ্য-পুথিতে ইয়াৰ সূত্ৰ পোৱা নাযায়। কোনো ডাঙৰ লিখকেও ইয়াৰ সীমাৰেখা নিৰ্ধাৰণ কৰা নাই। সীমাৰেখা নিৰ্ধাৰণ কৰাটো সম্ভৱো নহয়। কাৰণ সীমাৰেখা নিৰ্ধাৰণ কৰিব লাগিলে আয়ৰ নিৰিখৰ অনুপাতে কৰিব লাগিব। এই আয়ৰ নিৰিখ টকাৰ সংখ্যাৰে জুখিব লাগিব। কিন্তু টকাৰ মূল্য সদায় কম বেছি হৈ আছে, সদায় কমিয়েই আছে বুলি কব পাৰি। এহেজাৰ টকা উপাৰ্জন কৰা মানুহ এগৰাকী আগতে ওপৰ শ্ৰেণীত গণ্য হৈছিল; কিন্তু আজি টকাৰ মূল্য পাঁচ-ছয় গুণ কমি যোৱাত এহেজাৰ টকা দ্বিতীয় মহাযুদ্ধৰ আগৰ দেড়শ বা দুশ টকাৰ সমানো নহয়। গতিকে আজিৰ দিনৰ এহেজাৰ টকা উপাৰ্জন কৰা মানুহজন মজলীয়া শ্ৰেণীৰ ভিতৰত গণ্য হব। মজলীয়া শ্ৰেণীৰ সীমা



ৰেখা প্ৰতি বছৰে সলনি হৈ আছে। সেই কাৰণে এই শ্ৰেণীৰ কোনো ধৰা বন্ধা সূত্ৰ দিব নোৱাৰি।

কিন্তু তথাপিও, মজলীয়া শ্ৰেণী বুলিলে কেনেবোৰ মানুহ ইয়াৰ ভিতৰত পৰে সেই বিষয়ে আমাৰ সকলোৰে এটা সাধাৰণ ধাৰণা আছে। আগৰ দিনত ৰেল-জাহাজত 'ইণ্টাৰ ক্লাছ' বুলি এটা শ্ৰেণী আছিল। এই শ্ৰেণীত ভ্ৰমণ কৰা যাত্ৰীবোৰ প্ৰায়েই মজলীয়া শ্ৰেণীৰপৰা অহা। গুৱাহাটীৰ ৰিক্স'বোৰত এই শ্ৰেণীৰ মানুহেহে বেছিকৈ ঘূৰি ফুৰে। কলিকতাৰ ট্ৰাম আৰু শ্বিলং গুৱাহাটীৰ ৰাস্তাৰ ছুপাৰ বাছ মজলীয়া শ্ৰেণীৰ প্ৰিয়বাহন। চিনেমা হলৰ 'ৰিয়াৰ ষ্টল' আৰু 'বেল্কনি'ৰ ফালে চালেই এই শ্ৰেণীৰ মানুহক চিনি পাব পাৰি। মাছ-বজাৰৰপৰা ওলাই অহা চিকুণ কাপোৰ পিন্ধা মানুহজনৰ হাতত আধা 'কেজি' বা তিনিপোৱাৰ ইলিছ মাছ দেখিলে যদি ধৰি লোৱা হয় যে এওঁ মজলীয়া শ্ৰেণীৰ মানুহ,—তেন্তে দেখিব খুব কমেইহে ভুল হব।

আমি আগতে উনুকিয়াইছিলোঁ যে এসময়ত মজলীয়া শ্ৰেণী সমাজৰ ধৰণী আছিল। কথাটো অতিৰঞ্জিত যেন লাগিলেও, ভিত্তিহীন নহয়। মজলীয়া শ্ৰেণীৰ মানুহে সমাজৰ কৃষ্টি-ঐতিহ্য, ৰীতি-নীতি, আচাৰ-ব্যৱহাৰ এনেদৰে আকোঁৱালি ধৰি থা[illegible]লে ভাল পায় যে সেই শ্ৰেণীৰ মানুহ অধ্যয়ন কৰিলেই সমাজৰ কৃষ্টি ঐতিহ্য কি [illegible] আছে তাৰো অধ্যয়ন হৈ যায়। এই শ্ৰেণীৰ মানুহেহে নাম-ঘৰ, নাট-ঘৰ, ইস্কুল, লাইব্ৰেৰী সজাত ভীষণ উদ্যোগী। ৰঙালী বিহু, দুৰ্গা-পূজা, তিথি-মহোৎসৱ, কৃষ্টি-সভা, নাট্যাভিনয় এই শ্ৰেণীয়েই পাতে। সাহিত্য-সংঘ, সাহিত্য-কানন, সাহিত্য-চক্ৰ, কবি-সন্মিলন, সংগীত-প্ৰতিযোগিতা, কলা-প্ৰদৰ্শনী, নৃত্যানুষ্ঠান আদি প্ৰতিষ্ঠা কৰাত এওঁলোকৰেই 'চখ' বেছি।

শিক্ষা-দীক্ষাৰ প্ৰতিও মজলীয়া শ্ৰেণীৰ আকৰ্ষণ বেছি। তেওঁলোকে দিনমজুৰিত শাৰীৰিক শ্ৰম কৰিবলৈ টান পায়, আনপাকে উদ্বিগ্নতাহীন আঢ্যৱন্ত শ্ৰেণীৰ দৰে বিনা কষ্টে আয় উপাৰ্জন কৰাও এওঁলোকৰ সতি-সন্ততিৰ পক্ষে হৈ উঠা সন্দেহৰ কথা। সেই হেতু উপযুক্ত শিক্ষা-দীক্ষা লৈ অন্ততঃ সুকলমে খাই বৈ থাকিব পৰাকৈ নিযুক্ত হোৱাটো এওঁলোকৰ লক্ষ্য হৈ পৰে। গতিকে ইস্কুল-কলেজ আৰু বিশ্ববিদ্যালয়ত মজলীয়া শ্ৰেণীৰ ল'ৰা-ছোৱালীয়ে সাধাৰণতে ভাল ফল দেখুৱায়।

ৰাজনীতি এওঁলোকৰ আটাইতকৈ ডাঙৰ আকৰ্ষণ। তাহানি স্বাধীনতাৰ যুঁজৰ উদ্যোগী কৰ্মীসকলৰ ভিতৰত এই শ্ৰেণীৰ অৱদানেই বেছি। স্বাধীনতাৰ পিছত নতুন ৰাষ্ট্ৰত গণতন্ত্ৰ স্থাপনৰ ভেটি হ'ল এই শ্ৰেণীয়েই, যদিও ৰাজনীতিৰ তথ্য মতে

গণতন্ত্ৰত সকলো মানুহকে সমান বুলি ধৰা হয়, তথাপি কাৰ্যক্ষেত্ৰত মজলীয়া শ্ৰেণীৰ ওপৰতে গণতন্ত্ৰৰ সাৰ্থকতা বা নিষ্ফলতা নিৰ্ভৰ কৰে। গণতন্ত্ৰত জনমত গঠন কৰে মজলীয়া শ্ৰেণীয়ে আৰু জনমতেই হ'ল গণতন্ত্ৰৰ চৰম নিয়ন্তা। আমাৰ শীৰ্ষস্থানীয় নেতাসকলৰ আদৰ্শ আৰু মতামত এই শ্ৰেণীৰ মানুহেই মেলে-মিটিঙে, কাকতে-পত্ৰে, বাটে-ঘাটে, ঘৰে-দুৱাৰে, চুকে-কোণে, বিয়াই-সবাহে, অফিছৰ টেবুলত, ইস্কুল-কলেজৰ 'কমন ৰুমত', 'ডাইনিং হলত', 'ড্ৰইং ৰুমত', ৰেল আৰু মটৰ ষ্টেচনৰ "ৱেটিং ৰুমত," বাছৰ ভিতৰত, ৰেলৰ ভিতৰত, গধূলি বেলিকা চহৰৰ পাৰ্কবোৰত, ব্ৰহ্মপুত্ৰৰ পাৰত, ছিলঙৰ লেকৰ কাষত, গাঁওৰ নামঘৰত, নাটঘৰত, পঞ্চায়তৰ অফিচত, হাট-বজাৰত কো-অ'পাৰেটিভ ষ্টোৰত, সামূহিক ভোজবিলাকত, দিনে নিশাই, বুকু ফুলাই, টেঁটুফালি আলোচনা কৰে আৰু তাৰদ্বাৰা জ্ঞাত বা অজ্ঞাতসাৰে জনমত গঠন কৰে। 'ডিভেলুৱেছন', সমাজবাদ, বেঙ্ক-ৰাষ্ট্ৰীয়কৰণ, নাক্সেলবাদ, তেল-শোধনাগাৰ আদি বিষয়ৰ জটিল কথাবোৰ এওঁলোকেই জনসাধাৰণক বুজাই থাকে। নিৰ্বাচনৰ সময়ত নেতাসকলৰ ভোট যোগাৰ কৰে এওঁলোকেই। কোনো আঢ্যৱন্ত নেতাৰ গাড়ী-ঘোঁৰা, টকা-পইচা হয়তো যথেষ্ট থাকিব পাৰে, কিন্তু তেওঁৰ পক্ষে প্ৰত্যেকজন ভোটাৰক গাইগুটীয়াকৈ লগ ধৰাটো অসম্ভৱ কথা। মেল-মিটিং কৰি সামূহিকভাৱে ভোটাৰক লগ ধৰিব খুজিলেও মজলীয়া শ্ৰেণীৰ মানুহেহে মিটিং পতা, ঠাই এছিা, ভলণ্টিয়াৰ-বাহিনীক শিক্ষা দিয়া, চন্দ্ৰতাপ আঁৰা, 'গেট-সজা', 'ফ্লেগ-উৰুওৱা', 'মাইক' যোগাৰ কৰা, ফুলৰ মালা পিন্ধোৱা ইত্যাদি কামবোৰ সম্পন্ন কৰে। গাঁৱে গাঁৱে চুবুৰিয়ে চুবুৰিয়ে, ৰাতি-দিনে, এই শ্ৰেণীৰ মানুহেই নেতাৰ চিকুণ 'ইমেজ'টো ৰাইজৰ আগত দাঙি ধৰি থাকে।

শ্ৰেণী-বিভাগ সম্বন্ধে পৃথিৱীৰ প্ৰথম আলোড়ন সৃষ্টি কৰোঁতা কাৰ্লমাৰ্ক্সৰ পুথিত কিন্তু মজলীয়া শ্ৰেণীৰ স্বকীয়া স্থান নাই। মাৰ্ক্সৰ মতে সকলো দেশৰে মাত্ৰ দুটা শ্ৰেণী—(১) যোত্ৰহীন আৰু (২) যোত্ৰৱন্ত। আমি যাক মজলীয়া শ্ৰেণী বুলি কৈছোঁ, মাৰ্ক্সৰ মতে সেই শ্ৰেণীৰ মানুহ হয় যোত্ৰহীন, নহয় যোত্ৰৱন্ত শ্ৰেণীত পৰে। কিন্তু কাৰ্যক্ষেত্ৰত দেখা যায় যে যোত্ৰহীনো নহয় অথচ যোত্ৰৱন্তও নহয় এনে মানুহ প্ৰায় সকলো দেশতে আছে আৰু এই শ্ৰেণীৰ মানুহেই যোত্ৰহীনৰ নেতৃত্ব কৰে। মিল-মালিকৰ ওপৰিঞ্চ-লাভৰ জটিল তথ্য যোত্ৰহীন বনুৱাই সহজে নুবুজে—মজলীয়া শ্ৰেণীৰ মানুহেই সেই তথ্য বনুৱাৰ মাজত প্ৰচাৰ কৰে। সাধাৰণ ধৰ্মঘটৰ যো-জা কৰিবলৈকে যি সংগঠন-শক্তি লাগে তাকো এওঁলোকেই যোগায়। গুৱাহাটীৰ বিক্‌ছাওৱালাৰ শোভা যাত্ৰা, কলিকতাৰ বাছ-ড্ৰাইভাৰৰ ষ্ট্ৰাইক, দেশজোৰা হৰতাল ইত্যাদি এই শ্ৰেণীৰ মানুহেই সংগঠন কৰে। চাহ-বাগিছাৰ বনুৱা-সঙ্ঘবোৰত এওঁলোকৰেই প্ৰভাৱ। গাঁৱৰ খেতিয়কে নিয়ন্ত্ৰিত মূল্যত ধান বেচিলে কিমান লোকচান হব এওঁলোকেই শিকায়। গতিকে বাস্তৱ-ক্ষেত্ৰত এই শ্ৰেণীৰ স্বকীয়া অস্তিত্ব স্বীকাৰ নকৰি নোৱাৰি। অৱশ্যে এইটো সঁচা যে এওঁলোকে নিজে এটা স্বকীয়া শ্ৰেণী বুলি কোনো দাবী নকৰে।



ইংলণ্ডৰ ৰাজনীতিৰ অধ্যাপক কোলৰ মতে এই মজলীয়া শ্ৰেণী যোত্ৰহীন আৰু যোত্ৰৱন্ত শ্ৰেণীৰ মাজত থকা গুণেই সেই দুই শ্ৰেণীৰ মাজৰ সংঘৰ্ষই গণতান্ত্ৰিক দেশবোৰত মাৰাত্মক ৰূপ ধাৰণ কৰা নাই। ইংলণ্ড, ফ্ৰান্স, বেলজিয়াম, হলেণ্ড, ডেনমাৰ্ক আদি দেশবোৰত এই শ্ৰেণীৰ মানুহৰ যি সামান্য ধন-বিত আছে তাকে ৰক্ষা কৰি এওঁলোকে সন্তুষ্ট জীৱন যাপন কৰি আছে আৰু সেই হেতু এওঁলোক মুকলি-বিদ্ৰোহ আৰু ধ্বংসাত্মক কাৰ্যৰ বিৰোধী। আনপাকে সেইবোৰ দেশত ব্যৱসায়ী বা মিল-মালিকৰ শোষণ কাৰ্যকো এওঁলোকে প্ৰতিৰোধ কৰিবলৈ সক্ষম হৈ আছে, কিয়নো যৌথ-নীতি আৰু সমবায় সমিতিৰ আলমত এওঁলোকে নিজক প্ৰতিষ্ঠা কৰি লব পাৰিছে। সেইবোৰ দেশত জয়ণ্ট্ ষ্টক্ কোম্পানীবোৰৰ লক্ষ লক্ষ অংশীদাৰ মজলীয়া শ্ৰেণীৰ মানুহ। তাত গোটেইবোৰ অৰ্থানুষ্ঠান একচেটিয়া কাৰবাৰীৰ হাতলৈ যোৱাত বাধা পৰিছে, আৰু সেই বাবেই একচেটিয়া কাৰবাৰীয়ে দেশ লুটি পেলাব আৰু কালত শোষণত অতিষ্ঠ হৈ জনসাধাৰণে বিপ্লৱ কৰিব, এনেকুৱা ভৱিষ্যৎবাণী এতিয়াও ফলিব লগীয়া হৈয়েই আছে। গতিকে দেখা গ'ল যে মজলীয়া শ্ৰেণীয়েই যোত্ৰহীন আৰু যোত্ৰৱন্ত শ্ৰেণীৰ অৱশ্যম্ভাৱী সংঘৰ্ষৰ প্ৰধান প্ৰতিবন্ধক আৰু সাৰ্থক অন্তৰায়। এই অন্তৰায় কেনেবাকৈ অন্তৰ্হিত হলে, সংঘৰ্ষ অনিবাৰ্য।

কিন্তু এতিয়া ভাৰতৰ মজলীয়া শ্ৰেণী প্ৰায় মৰিবৰ উপক্ৰম হৈছে। মুদ্ৰাস্ফীতিৰ এটা মাৰাত্মক পৰিণতি এই যে মজলীয়া শ্ৰেণীৰ আয়ৰ নিৰিখ যি পৰিমাণে বাঢ়ে খৰচৰ মাত্ৰা তাতকৈ বহুত বেছি গুণে বাঢ়ে। মজলীয়া শ্ৰেণীৰ মানুহে নিজৰ পুৰণি কৃষ্টি, ৰীতি-নীতি, আচাৰ-ব্যৱহাৰ পূজা-পাৰ্বণ কোনোটোকে এৰিব নোখোজে। বিয়া, বিহু, শৰাধ আদিৰ পৰিসৰ বাঢ়িলেও কোনোপধ্যে নুটুটে। আনপাকে একেবাৰে ওপৰ শ্ৰেণীৰ মানুহৰ এই বিষয়ত কিছুমান সুবিধা আছে। তেওঁলোকে কম সংখ্যক মানুহৰ মাজত চলা ফুৰা কৰে আৰু তেওঁলোকক সৰ্বসাধাৰণৰ কটু আলোচনাই চুকি নাপায়। তেওঁলোকৰ বিয়া-বিহু হোটেলৰ চাহ-মেলেৰে সম্পন্ন কৰিলেও কোনেও মাতোতা নাই। কিন্তু মজলীয়া শ্ৰেণীয়ে ওপৰ আৰু নিজৰ শ্ৰেণীৰ মানুহ সকলোৰে লগত সংশ্লিষ্ট হৈ আছে, সেই দেখি তেওঁলোকে কটু আলোচনাৰ

প্ৰতি ভয় ৰাখি চলিব লগাত পৰে। বাহ্যিক আড়ম্বৰখিনি আগৰ মাত্ৰাতে চলাই থকাৰ দুৰ্বলতা তেওঁলোকে পৰিত্যাগ কৰিব নোৱাৰে। বিয়াৰ গহনা-পাতি, কাপোৰ-কানি, ফাৰ্নিচাৰ, অন্যান্য উপহাৰবাজি দিনক দিনে বাঢ়ি থাকে, নকমে। নিমন্ত্ৰিত আলহীৰ সংখ্যাও তেওঁলোকে কমাব নোৱাৰে, কিয়নো নিজৰ শ্ৰেণীৰ প্ৰতি তেওঁলোকে সদায় চকু ৰাখিব লগাত পৰে। কিন্তু এই সকলোবোৰৰে খৰচ দহবছৰৰ আগতকৈ আজি প্ৰায় পাঁচ-ছয় গুণে বাঢ়িছে। "কাপোৰ অনুপাতে কোট কাটিবা"—এই ফেৰা উপদেশ তেওঁলোকে অন্যসকলোকে দিয়ে, কিন্তু নিজৰ বেলিকা খটুৱাব নোৱাৰে। কাৰণ, তেওঁলোকে জীৱনৰ মান, সামাজিক কৃষ্টি-সংস্কৃতি, ল'ৰা-ছোৱালীৰ শিক্ষা-দীক্ষা কোনোটোকে হ্ৰাস কৰিবলৈ অক্ষম।

মুদ্ৰাস্ফীতিৰ পৰিণামত ওপৰৰ শ্ৰেণীৰ বহুতৰে আয় বস্তুৰ মূল্য-বৃদ্ধিৰ সমানুপাতে বাঢ়িছে, ব্যৱসায়ী শ্ৰেণীৰতো এশ গুণ পৰ্যন্ত বাঢ়িছে, কিছুমানৰ হেজাৰ গুণেও বাঢ়িছে। মুদ্ৰাস্ফীতিৰ সময়ত আন সকলো শ্ৰেণীৰ ধনবোৰ ব্যৱসায়ী শ্ৰেণীৰ হাতলৈ যায়। গতিকে এই সময়ত ব্যৱসায়ীসকলৰ জয়জয় ময়ময় অৱস্থা। আন পাকে দৈনন্দিন ব্যৱহাৰ্য বস্তুৰ দাম বৃদ্ধি হোৱা হেতু মজলীয়া শ্ৰেণীৰ দৰে বনুৱাবো যথেষ্ট কষ্ট হয়।

কিন্তু বনুৱাসকলে অন্যান্য সাধাৰণ মানুহতকৈ বেছি ভালকৈ সংগঠিত আৰু সংঘবদ্ধ ; গতিকে তেওঁলোকে অন্ততঃ কিছু পৰিমাণে আয়ৰ মাত্ৰা বঢ়াবলৈ কৃতকাৰ্য হয়। কিন্তু মজলীয়া শ্ৰেণীৰ কোনো উমৈহতীয়া সংঘ নাই যি দুই এটা চাকৰিয়ালৰ সম্মিলন আছে সিও সিচৰতি হৈ আছে আৰু বেছিভাগ ক্ষেত্ৰতে এনেবোৰ অনুষ্ঠানে হেঁচা দিয়াত অক্ষম। তাৰ উপৰিও তেওঁলোকৰ দাবীৰ উত্তৰ সহজতে বিচাৰি পোৱা যায়,—"বনুৱাৰ তুলনাত, তলৰ শ্ৰেণীৰ তুলনাত তেওঁলোকৰ উপাৰ্জন বেছি নহয় জানো ?" ওপৰ শ্ৰেণীৰ লগত বিজনি কৰিবলৈ দাবী কৰিলে তাৰো উত্তৰ আছে, "ওপৰ শ্ৰেণীৰ সমান স্তৰলৈ উপাৰ্জন বৃদ্ধি কৰিবলৈকে দেশত টকা ক'ত ? ওপৰ শ্ৰেণীৰ উপাৰ্জন কমাই সেই শ্ৰেণীক সম-স্তৰলৈ আনিবলৈকেও অৰ্থানুষ্ঠানত বৈপ্লৱিক পৰিবৰ্তন আনিব লাগিব আৰু বিপ্লৱ মানেই অশান্তি নহয় জানো ?" ওপৰ শ্ৰেণীৰ আয়ৰ মাত্ৰা কমোৱাৰ উদ্দেশ্যে ৰাষ্ট্ৰই যদি টেক্স লগায়, তেন্তে সেই টেক্স ঘূৰি পকি আহি জনসাধাৰণৰ ওপৰত পৰে, বেছিকৈ মজলীয়া শ্ৰেণীৰ ওপৰত পৰে, কিয়নো তেওঁলোকে ব্যৱহাৰ কৰা বস্তুৰ সংখ্যা বনুৱা নাইবা সাধাৰণ কৃষক শ্ৰেণীতকৈ বহুত বেছি।

যেতিয়া আয়ৰ মাত্ৰা খৰচ অনুপাতে নাবাঢ়ে, তেতিয়া সঞ্চয়ৰ কথা ভাবিবই



নোৱাৰি, বৰঞ্চ পূৰ্বৰ সঞ্চিত ধনো ক্ৰমাৎ নিঃশেষ হৈ যায়। মজলীয়া শ্ৰেণীৰ আজি সেয়ে হৈছে। চৰকাৰী চাকৰিয়ালৰ প্ৰভিডেণ্ট ফাণ্ডৰ জমা ধন বাঢ়ক ছাৰি বছৰি উদং হৈ যাব ধৰিছে। মজলীয়া শ্ৰেণীৰ অনা চাকৰিয়ালৰ সোণ-ৰূপ অলংকাৰ বিক্ৰী হৈ যাব ধৰিছে।

এই অৱস্থাত পৰি মজলীয়া শ্ৰেণীয়ে মৃত্যু-যন্ত্ৰণা ভুগিব ধৰিছে। তেওঁলোকে সামাজিক ক্ষেত্ৰত যি নেতৃত্ব গ্ৰহণ কৰি আহিছিল, সেই নেতৃত্ব আজি কোনোপধ্যে ৰাখিব নোৱাৰি ক্ৰমান্বয়ে তলৰ শ্ৰেণীত মিলি যাবলৈ বাধ্য হৈছে। কিন্তু যোত্ৰহীনৰ ভূমিকা গ্ৰহণ কৰা সহজ কথা নহয়। গতিকে অপৰিসীম তিক্ততাৰে তেওঁলোকে নিজৰ এই দুৰ্ভগীয়া অৱস্থাৰ কাৰণে দায়ী কোন তাকে অন্বেষণ কৰি ফুৰিছে। নিজেতো সৎপন্থাতে চলি আহিছে ; তেনেকৈ চলি থাকিবৰ বাবে মূৰৰ ঘাম মাটিত পেলাই চেষ্টাও কৰি আছে, কি দোষত আজি তেওঁলোকৰ সম্পত্তি বিনষ্ট, সঞ্চিত, ভঁৰাল উদং ? এই অন্বেষণৰ পৰিণাম সমাজৰ পক্ষে সন্তোষজনক নহব পাৰে। য'ত তলৰ শ্ৰেণীয়ে আগতে যুক্তি বিচাৰি পোৱা নাছিল, ত'ত মজলীয়া শ্ৰেণীয়ে যুক্তি বিচাৰি দিয়ে। য'ত তলৰ শ্ৰেণীয়ে সন্মিলিত শক্তিৰে কাম কৰিব নোৱাৰিছিল, ত'ত তেওঁলোকে নিজৰ সংগঠন অভিজ্ঞতাৰদ্বাৰা সন্মিলিত শক্তিৰ সৃষ্টি কৰে। এই অৱস্থাত সমাজত দিনে-ৰাতি অশান্তি হোৱাটো একেবাৰে অস্বাভাৱিক কথা নহয়।

মজলীয়া শ্ৰেণী অন্তৰ্হিত হোৱাৰপৰা যদি সমাজৰ কোনো হানি নহ'লহেঁতেন তেনেহলে কাৰ্যক্ষেত্ৰত সেই শ্ৰেণীৰ মৰণ-ৰাওৰ কোনো মূল্য নাথাকিলহেঁতেন। কিন্তু বাস্তৱতে ইয়াৰপৰা সমাজৰ মাৰাত্মক ক্ষতি হব পাৰে। দেখাদেখিকৈ মজলীয়া শ্ৰেণীৰ অন্তৰ্ধানত ওপৰ আৰু তলশ্ৰেণী মুখামুখি হৈ পৰিব। তেতিয়া মাৰাত্মক সংঘৰ্ষৰ সম্ভাৱনা কাৰ্যকৰী ক্ষেত্ৰৰ সীমাৰ ভিতৰলৈ আহিব। বিশেষকৈ গণতান্ত্ৰিক দেশত যেতিয়া কোটি কোটি যোত্ৰহীনে শিক্ষা পায় অথচ ভাত-কাপোৰ নাপায় তেতিয়া যাৰ ভাত আছে, কাপোৰ আছে, তাৰ পিনে তেওঁলোকে বেঁকা চকুৰে চোৱাটো অতি আচৰিত কথা নহয়। তেতিয়া সম্ভাৱ্য সংঘৰ্ষৰ মাজত থিয় দিবলৈ মজলীয়া শ্ৰেণী নাথাকিব। সংঘৰ্ষৰ ফলাফলৰ কথা কোনোৱে থিৰাংকৈ কব নোৱাৰে। আঢ্যৱন্তই যেতিয়া সঁচাকৈ আশংকা কৰে যে তেওঁলোকৰ আঢ্য ধূলিস্যাৎ হব পাৰে, তেতিয়া তেওঁলোক বজ্ৰৰ দৰে কঠোৰ আৰু মৃত্যুৰ দৰে নিষ্ঠুৰ হব পাৰে। দ্বিতীয় মহাযুদ্ধৰ পূৰ্বৰ কালছোৱাত ইয়াৰ প্ৰমাণ জাৰ্মানী আৰু ইটালীত ভালকৈয়ে পোৱা গৈছিল। বামপন্থীৰ আন্দোলনত অতিষ্ঠ হৈ সেই দেশবোৰত আঢ্যৱন্তই

প্রতিক্রিয়াশীল ৰাজনৈতিক দলবোৰক সমৰ্থন কৰিছিল। এই সংঘৰ্ষত যি শ্ৰেণীয়েই জয় লাভ নকৰক, গণতন্ত্ৰই জয়ী নোহোৱাটো সুনিশ্চিত। ওপৰৰ শ্ৰেণীৰ জয় হলে, ফেছিজিমে নতুন ৰূপত মূৰ দাঙি উঠিব, তলৰ শ্ৰেণী জয়ী হলে কমিউনিজম কায়েম হব।

ভাৰতৰ ভাগ্যবিধাতাই কোন বাটে ভাৰতক অপ্ৰতিহতভাৱে টানি নিব ধৰিছে, কোনে কব পাৰে?

# মাৰ্ক্স'বাদ

কলিকতাৰ আকাশলংঘী ন-মহলীয়া কাৱেঙৰ তলৰ এচুকত জাবৰৰ দমৰপৰা ময়লা খুচৰি খুচৰি সৌ অৰ্ধাকৃত পিশাচ মূৰ্তিটোৱে কি বিচাৰিছে? এটুকুৰা ৰুটি! সেই ৰুটি টুকুৰাৰ কাৰণে সি কুকুৰৰ লগত যুঁজ কৰিছে। অথচ সি মানুহ। আৰু সৌ ন-মহলীয়া অট্টালিকাৰ ওপৰত লাস-বিলাসত ডুবি থকা অসূৰ্য্যম্পৰ্শ জীৱটিও মানুহ। এই দুয়োটি যে একেজনা সৃষ্টিকৰ্তাৰেই সৃষ্টি, তাক বিশ্বাস কৰাও বহুত সময়ত টান হৈ পৰে। কিন্তু সৃষ্টিকৰ্তাই কোনো পক্ষপাতিতা কৰা নাছিল,—জন্মিবৰ দিনাখন দুয়োকে এক ধৰণৰেই দুখনি হাত আৰু একোটি মস্তিষ্ক দিছিল। পৃথিৱীত ভৰি দিবৰ দিনাখন সিঁহত দুয়ো একে শাৰীতেই থিয় হৈছিল। কিন্তু তাৰ পিছৰপৰাই সমাজৰ দুটা সোঁতে দুয়োকে দুই ফালে টানি নিলে—এটাই ধনীৰ ঘৰত জন্ম লোৱাৰ কাৰণে শেষত গৈ অট্টালিকাৰ অধিকাৰী হবৰ সুবিধা পালে, আনজনে দুখীয়াৰ ঘৰত জন্ম লোৱাৰ বাবেই শেষত গৈ পশুৰ শাৰীত ঠাই ললে।

বৰ্তমান জগতত মানুহৰ আৰ্থিক অৱস্থাৰ তাৰতম্যটো ইমান বেছি হৈছে যে ধনী আৰু দুখীয়াৰ প্ৰকৃত সমস্যালৈ সকলো দেশতে বহুল আলোচনা হৈছে। আগৰ যুগবোৰত ধনী আৰু দুখীয়াৰ সমস্যাটো প্ৰধানতঃ ধনীৰ ফালৰপৰাই আলোচনা কৰা হৈছিল। সেই দেখি দুখীয়াৰ অৱস্থাৰ কাৰণ হয় তাৰ নিজৰ অকৰ্মণ্যতা, নহয় তাৰ দুৰ্ভাগ্যৰ ওপৰতে জাপি দিয়া হৈছিল। হিন্দু জাতিয়ে কৰ্মফলৰপৰা মানুহ ধনী বা দুখীয়া হয় বুলি কৈ ক্ষান্ত আছিল। খ্ৰীষ্টিয়ানসকলে "দৰিদ্ৰই সুখী" বুলি দাৰিদ্ৰ্যৰ মাহাত্ম্য প্ৰচাৰ কৰিছিল। অষ্টাদশ শতাব্দীৰ পিছৰপৰা ইউৰোপ ছিছমোঁদি, ৰবাৰ্ট আৱেন, চেণ্ট চাইমন, ফোৰিয়াৰ, প্ৰুঁধো আদি অৰ্থনীতিবিদ পণ্ডিতসকলে দুখীয়াৰ দুখত চকুলো টুকিছিল সঁচা, কিন্তু "যোগ্য ভোগ্য বসুন্ধৰা" নীতিৰ ভুল যুক্তিত পৰাস্ত হৈ তেওঁলোকেও এই সমস্যাৰ কোনো সমাধান কৰিব পৰা নাছিল।

## কাৰ্লমাৰ্ক্স

উনৈশ শতিকাৰ আগ ভাগত ১৮১৮ খৃষ্টাব্দত জাৰ্মানীৰ এক উচ্চবংশৰ ভদ্ৰলোকৰ ঘৰত কাৰ্লমাৰ্ক্স নামৰ এজনা মহাপুৰুষৰ জন্ম হয়। এই মহাপুৰুষে সমস্ত পৃথিৱীৰ

ইতিহাস মন্থন কৰি ধনী আৰু দুখীয়াৰ সমস্যাটি এক নতুন কোণৰপৰা আলোচনা কৰে। তেওঁ দেখুৱায় যে কৰ্মহীনতাৰ ফলত দুখীয়াই দুখীয়া হোৱা নাই। বৰং যিসকল ধনী বুলি জনাজাত, সেইসকলে প্ৰকৃত কৰ্ম খুব কমেই কৰে। আনপাকে দুখীয়াই দিনৰ ভিতৰত ১৫ ঘণ্টা খাটিও দুবেলা দুমুঠি ভাতকে মিলাব নোৱাৰে, অনেক সময়ত এটুকুৰা ৰুটিৰ কাৰণে ২৪ ঘণ্টা খাটিবলৈ ৰাজী হলেও সি কাম বিচাৰি নাপায়। এইবিলাক তাৰ অকৰ্মণ্যতাৰ পৰিচায়ক হব নোৱাৰে।

তেনেহলে কি এইবিলাক তাৰ দুভাৰ্গ্য? কিন্তু সম্পূৰ্ণ সৌভাগ্য হলেই বা সি কি কৰিব পাৰে? দুখীয়াৰ ঘৰত যাৰ জন্ম সি শিক্ষাৰ সুবিধা নাপায়, কামৰ সুবিধা নাপায়। যি শ্ৰেণীৰ ভিতৰত তাৰ জন্ম, সেই শ্ৰেণীৰ বাহিৰ হৈ যোৱা তাৰ পক্ষে একৰকম অসম্ভৱ। কাৰণ আমাৰ সমাজৰ অনুষ্ঠানবোৰ এনে ধৰণৰ যে দুখীয়াই যিমানেই পৰিশ্ৰম নকৰক, সি তাৰ শ্ৰেণীগত আৰ্থিক দুৰৱস্থাৰ ওপৰলৈ উঠাব নোৱাৰে।

মাৰ্ক্সৰ মতে আমাৰ সমাজখন দুটা বহল শ্ৰেণীত বিভক্ত:

(১) একশ্ৰেণী দুখীয়া, মাটিবাৰী নোহোৱা, হাতে কামে শ্ৰম কৰি খোৱা মানুহ, যেনে—দিন মজুৰিৰ কুলি-কামিলা, পৰৰ মাটিত খেতি কৰি আধি, ঠিকা খোৱা ৰায়ত, সৰু সুৰা চাকৰিওৱালা, মণ্ডল, পিয়াদা, চিপাহী, চন্তৰি, চৌকিদাৰ, চাপ্ৰাচী ইত্যাদি।

(২) আন শ্ৰেণী—ধনী, ভদ্ৰলোক, নিজে শাৰীৰিক বা মানসিক পৰিশ্ৰম নকৰাকৈ বহি বহি খোৱা মানুহ, যেনে—জমিদাৰ শ্ৰেণী, কল-কাৰখানাৰ মালিক, কোম্পানীৰ ছেয়াৰ হোল্ডাৰ, ডিৰেক্টৰ, ব্যৱসায়ী শ্ৰেণী, মহাজন শ্ৰেণী, বেংকাৰ, উচ্চ পদস্থ কৰ্মচাৰী ইত্যাদি। ইয়াৰ মাজতে কেৰাণী, মাষ্টৰ, পণ্ডিত, মহৰী, সাধাৰণ বেপাৰী আদি কিছুমান মানুহ মধ্যবিত্ত শ্ৰেণীত পৰে। কিন্তু এই শ্ৰেণীবো বেছি ভাগে যিহেতু মানসিক পৰিশ্ৰমৰদ্বাৰাই জীৱিকা উলিয়ায়, এওঁলোককো প্ৰথম শ্ৰেণীৰ ভিতৰতে ধৰিব পাৰি।

মাৰ্ক্সে কয় যে প্ৰথম শ্ৰেণীৰ ভিতৰত মানুহে যিমানে চেষ্টা পৰিশ্ৰম নকৰক, সি তাৰ জীৱন ৰক্ষাৰ কাৰণে লগা বস্তুখিনিত বাহিৰে আন একো নাপায়। আনপাকে দ্বিতীয় শ্ৰেণীৰ ভিতৰৰ মানুহে একো কাম নকৰিলেও অজস্ৰ সম্পত্তি আৰু লাভ পাই থাকিব। ইয়াৰ কাৰণ কি?

ইয়াৰ কাৰণ এই যে প্ৰথম শ্ৰেণীৰ মানুহে শাৰীৰিক বা মানসিক শ্ৰমৰদ্বাৰা যিখিনি বস্তু তৈয়াৰ কৰে, সেই সকলোখিনি বস্তুৰ মালিকীস্বত্ব দ্বিতীয় শ্ৰেণীৰ মানুহৰ



হাতত। সেই দেখি নিজ লাভৰ কাৰণে বেছিভাগ নিজ হাতত ৰাখি, কামিলাক দিয়ে মাথোঁ জীৱন ৰক্ষাৰ কাৰণে লগা অপৰিহাৰ্য বস্তুখিনি। ইয়াকেই মাৰ্ক্সে শোষণ বা অপহৰণ বুলি কৈছে।

দ্বিতীয় শ্ৰেণীৰ মানুহে প্ৰথম শ্ৰেণী অৰ্থাৎ কামিলাক শোষণ কৰিবৰ সুবিধা কেনেকৈ পায়? মহাজন, জমিদাৰ আদিয়ে এই সুবিধা পায় বস্তু তৈয়াৰৰ আহিলা-পাতিৰ স্বত্ব নিজ হাতত থকাৰ কাৰণে। এই আহিলাপাতিৰ স্বত্বাধিকাৰৰ সুবিধা লৈয়েই মহাজন, জমিদাৰ আদিয়ে কামিলা শ্ৰেণীক সিহঁতৰ প্ৰাপ্যৰপৰা বঞ্চিত কৰি আহিছে। কি উপায়ে নো এইটো কৰে তাকে বুজাবলৈ মাৰ্ক্সে "ওপৰঞ্চি-মূল্য" বুলি অৰ্থনীতিৰ এক জটিল তথ্যৰ অৱতাৰণা কৰিছে। সেই তথ্যৰ দীঘল বিৱৰণী ইয়াত দিয়া অসম্ভৱ; কিন্তু তাৰ আভাস মাত্ৰ ইয়াতে দিয়া হ'ল।

### ওপৰঞ্চি মূল্য

যি কোনো বস্তু তৈয়াৰ কৰিবলৈকে এই তিনিবিধ বস্তুৰ সংযোগৰ আৱশ্যক—পৰিশ্ৰম, মাটি আৰু আহিলাপাতি। ধান উৎপন্ন কৰিবলৈ খেতিয়কৰ শাৰীৰিক পৰিশ্ৰম, মাটি আৰু হাল, কোৰ আদি আহিলাপাতি লাগে। মিলত চাউল তৈয়াৰ কৰিবলৈ কুলিৰ শাৰীৰিক পৰিশ্ৰম, ইঞ্জিনিয়াৰৰ মানসিক পৰিশ্ৰম, মাটিৰপৰা ধান, আৰু কল-কাৰখানাৰ যন্ত্ৰপাতি লাগে। এই তিনি বিধৰ ভিতৰত মাটি প্ৰকৃতিয়ে দিয়া বস্তু। আহিলাপাতিবোৰ শ্ৰমৰে ৰূপান্তৰ মাথোন। যন্ত্ৰবোৰ লো, তাম আদি ধাতুৰে তৈয়াৰী। এই ধাতুবোৰ প্ৰকৃতিয়ে দিয়া বস্তু। ইয়াক মাটিৰপৰা খান্দি, তুলি, গলাই, শ্ৰমিকে নানা ৰকমৰ ৰূপ দি যন্ত্ৰপাতি তৈয়াৰ কৰিছে। এই যন্ত্ৰ-পাতিবোৰ শ্ৰমিকে নিজৰ শ্ৰম সহজসাধ্য কৰিবলৈ তৈয়াৰ কৰিছে। কোৰ মৰাতকৈ হালেৰে মাটি চহাবলৈ সহজ, হালতকৈ ট্ৰেক্টৰেৰে মাটি চহাবলৈ আৰু বেছি সহজ। গতিকে পাছৰ শ্ৰম সহজ কৰিবৰ বাবে, আগতে অইনৰকমে শ্ৰম খৰচ কৰি শ্ৰমিকে যন্ত্ৰপাতি তৈয়াৰ কৰে। এই যন্ত্ৰপাতিবোৰক মাৰ্ক্সে ঘণীভূত বা সঞ্চিত শ্ৰম বুলি কৈছে। যন্ত্ৰৰ অঙ্গ-প্ৰত্যঙ্গবোৰ যেনিবা শ্ৰমিকে আগতে শ্ৰম জমা কৰি থৈছে। তাৰ পিছত কাৰখানাত আৰু অলপ শ্ৰমৰ লগত সংযোগ কৰি ধান, কপাহ আদিক চাউল, কাপোৰ আদিৰ ৰূপ দিছে। গতিকে প্ৰকৃতিয়ে দিয়া সকলো বস্তুৰ মূলতে পোৱা যায় কেৱল মাত্ৰ শ্ৰম। শ্ৰমেই সভ্যতাৰ সকলো বস্তু তৈয়াৰ কৰিছে।

শ্ৰমেই সকলো বস্তুৰ সাৰ। কিন্তু শ্ৰমিকৰ তাৰ ওপৰত অধিকাৰ নাই। কাৰখানাৰ যন্ত্ৰৰপৰা ওলোৱাৰ লগে লগে সি মহাজনৰ বস্তু হৈ পৰিল, মহাজনে

যন্ত্রপাতিৰ গৰাকী বুলিয়েই শ্ৰমিকে তৈয়াৰ কৰা বস্তুবো মালিকীস্বত্ব দাবী কৰে। মাৰ্ক্সৰ মতে ই বৰ অন্যায় কথা। যন্ত্র পাতিবোৰ মহাজনে তৈয়াৰ কৰা নাই; শ্ৰমিকেই তাক তৈয়াৰ কৰিছে। মহাজনে নিজৰ পুঁজিৰ সহায়ত সেই যন্ত্রপাতিবোৰ কিনি লৈছে। পুঁজিয়ে শ্ৰমৰ অমূল্য ফল অৰ্থাৎ যন্ত্রপাতি হাত কৰি, পিছত সেই যন্ত্রপাতিৰ বলতেই শ্ৰমিকক খটুৱাই অন্যান্য বস্তুও তৈয়াৰ কৰি তাকো নিজ হাতলৈ আনিছে। পুঁজিয়ে এই সুবিধা পায় ব্যক্তিগত সম্পত্তিক ৰাষ্ট্ৰই স্বীকাৰ কৰা বাবে। শ্ৰমিকে তৈয়াৰ কৰা বস্তুবোৰ মহাজনে নি বজাৰত বেচে। বজাৰত বেচি যি মূল্য পায় সেই সকলোখিনি দৰাচলতে শ্ৰমিকৰ প্ৰাপ্য। কিন্তু মহাজনে শ্ৰমিকৰ জীৱনটো কোনোমতে জীয়াই ৰাখিবৰ কাৰণে লগা মজুৰিত বাহিৰে বেছি নিদিয়ে। এটা সাধাৰণ উদাহৰণ লোৱা যাওক। ধৰা এটা কাপোৰৰ মিলত ৫০০ জন শ্ৰমিক খাটে। এই মিলত ধৰা দিনে ১০০০ খন ধুতী তৈয়াৰ হয়। বজাৰত খনে ৫ টকাকৈ বেচিলে কাৰখানাৰ গৰাকীয়ে ৫০০০ টকা মূল্য পাব। খৰচৰ ভিতৰত ধৰা যন্ত্রপাতিৰ মেৰামতি বাবদ ৫০০, কয়লা আদিৰ বাবদ ৩০০ টকা, কপাহৰ মূল্য বাবদ ১০০০ আৰু অফিচৰ মেনেজাৰ, মিস্ত্ৰী, কেৰাণী আদিৰ খৰচ বাবদ ২০০ মুঠ খৰচ ২০০০ টকা। এইখিনি খৰচ বাদ দিলে বাকী ৩০০০ টকা মাৰ্ক্সৰ মতে প্ৰকৃততে শ্ৰমিক শ্ৰেণীৰ প্ৰাপ্য। কিন্তু কাৰ্যক্ষেত্ৰত শ্ৰমিকে তাৰ আধাও নাপায়। মহাজনে শ্ৰমিকক বজাৰ নিৰিখত দিন মজুৰি মাত্ৰ দিয়ে। দৈনিক মজুৰি ২ টকা ধৰিলে ৫০০ শ্ৰমিকৰ মজুৰি ১০০০ টকাতকৈ বেছি নাযায়। মহাজনে বাকী ২০০০ নিজৰ মোনাত ভৰায়। কিহৰ বাবে? কাৰখানাৰ যন্ত্রপাতিৰ মালিকীস্বত্বৰ বাবে, পুঁজিৰ বাবে। তাৰ বাহিৰে মহাজনে একো কাম কৰা নাই। কোম্পানীৰ ছেয়াৰ হোল্ডাৰবিলাকে ছেয়াৰৰ মূল্য অৰ্থাৎ পুঁজিৰ অংশ যোগান দিয়াত বাহিৰে আন কি কাম কৰে? তেওঁৰ সেই পুঁজিৰদ্বাৰা কোন ঠাইত কি বস্তু তৈয়াৰ হৈছে বহুত ছেয়াৰ-হোল্ডাৰে তাকো গম নাপায়। অথচ বছৰৰ মূৰত ঘৰত বহি বহি বৃহৎ লভ্যাংশ নাপাইছে নে? মাৰ্ক্সৰ মতে এই লাভ তেওঁলোকৰ উপাৰ্জিত বস্তু নহয়, অনুপাৰ্জিত খোৰাকী। মাৰ্ক্সে ইয়াৰ নাম দিছে "ওপৰঞ্চি মূল্য"। ইয়াকেই মাৰ্ক্সে শোষণ, অপহৰণ আদি শব্দেৰে গালি দিছে।

ওপৰৰ উদাহৰণত দেখুৱা হৈছে যে মাৰ্ক্সৰ মতে বিক্ৰী মূল্যৰপৰা খৰচ বাদে বাকীখিনি অৰ্থাৎ গোটেই ৩০০০ টকা শ্ৰমিকৰ প্ৰাপ্য। এই ক্ষেত্ৰত ৫০০ জন কামিলাৰ প্ৰত্যেকে ৬ টকাকৈ পাব লাগিছিল। কিন্তু পালে মাত্ৰ ২ টকা। কামিলাই বা কিয় ২ টকা নিৰিখত খাটিবলৈ ৰাজী হ'ল। কামিলাকতো মহাজনে জোৰ কৰি খটুৱাব নোৱাৰে? কিন্তু বাস্তৱ কথাটো এই যে যি শ্ৰেণীৰ ভিতৰত কামিলাৰ জন্ম, সেই শ্ৰেণীৰ আৰ্থিক, সামাজিক আৰু ৰাজনৈতিক অৱস্থা এনে শোচনীয় যে মহাজন শ্ৰেণীয়ে যি হাৰত মজুৰি দিব খোজে, তাকে নললে তাৰ জীৱন-ৰক্ষাৰ আন কোনো উপায় নাই। তাৰ সঞ্চিত ধন নাই, তাৰ মাটি-বাৰী নাই, হয়তো ঘৰো নাই, হয়তো সি সাতাম পুৰুষৰপৰা ধাৰতে পোত গৈ আছে। আজিৰ দিনটোৰপৰা কাইলৈ তাৰ খাবলৈ একো নাই। সি চকুৰ আগতেই শুকাই মৰা নিৰন্নুৱা দেখি আছে। ময়লাৰ মাজৰপৰা কুকুৰৰ মুখৰপৰা কটি কাঢ়ি আনি জীৱন ৰক্ষা কৰা ভয়ানক দৃশ্য তাৰ সচিতে সপোনে জ্বলি আছে, হাত দুখনত বাহিৰে পৃথিৱীত তাৰ একো সহায় নাই। এনেস্থলত মহাজনে যি দিয়ে তাকে নলৈ তাৰ উপায় কি?

অথচ তাৰ এই অৱস্থাৰ কাৰণে সি নিজে দায়ী নহয়। এনে এটা সময় আছিল যি সময়ত সি ঘৰুৱা শিল্পৰ সহায়ত নিজৰ লাগতিয়াল বস্তুখিনি নিজে কৰি লব পাৰিছিল। কিন্তু ধনীক শ্ৰেণীৰ হাতলৈ বিৰাট যন্ত্রপাতিৰ স্বত্ব-স্বামিত্ব অহাৰপৰা অবিয়া-অবিৰদ্বাৰা ঘৰুৱা শিল্প সমূলঞ্চে ধ্বংস কৰিলে। মাটিৰপৰাও জমিদাৰসকলৰ উৎপাতত সি বহুত দিন আগতে বঞ্চিত। গতিকে কাৰখানাৰ দুৱাৰমুখত শৰণাগত নহলে তাৰ প্ৰাণ ৰক্ষাৰ উপায় নাই। যুগে যুগে নানা ঘাত-প্ৰতিঘাতত আজি তাৰ এই অৱস্থা কেনেকৈ হ'ল, সেই সম্পৰ্কে মাৰ্ক্সে বহল আলোচনা কৰিছে।

### বুৰঞ্জীৰ ব্যাখ্যা

এই আলোচনাৰপৰাই মাৰ্ক্সে ইতিহাসতো এটা নতুন তথ্য আবিষ্কাৰ কৰিছে যে বস্তু উৎপাদনৰ আহিলাপাতিবোৰ যি ধৰণৰ, ৰাষ্ট্ৰ আৰু সমাজো ঠিক সেই ধৰণৰ হবই হব। সমাজৰ যি-শ্ৰেণীৰ হাততেই এই আহিলাপাতিৰ স্বত্ব থাকে, সেই শ্ৰেণীয়েই সমাজৰ অৰ্থনীতি, ৰাজনীতি, শিক্ষা, আইন-কানুন, বিচাৰ, সাহিত্য, কলা, কৃষ্টি আদি সকলো ক্ষেত্ৰতে প্ৰভুত্ব কৰে আৰু এনে দৰে সেইবোৰক গঢ় দিয়ে, যেন তেওঁলোকৰ প্ৰভুত্ব চিৰকাললৈ ৰজি থাকে। মাৰ্ক্সে ৰাষ্ট্ৰক এই শ্ৰেণীৰ "কাৰ্য নিৰ্বাহক সমিতি" বুলি বৰ্ণাইছে। সেই আহিলাপাতিবোৰ যেতিয়া পৰিবৰ্তন হয়, তেতিয়া নতুন পৰিৱৰ্তিত আহিলাপাতি যাৰ হাতত পৰে সেই শ্ৰেণীয়ে আগৰ শ্ৰেণীক তলত পেলাই (আৱশ্যক হলে বিপ্লৱদ্বাৰা) সমাজৰ সকলো ক্ষেত্ৰতে প্ৰভুত্ব কৰে আৰু সমাজক এনে ধৰণৰ নতুন গঢ় দিয়ে, যাতে নতুন আহিলাপাতিবোৰ সুকলমে লাভজনকভাৱে তাত চলাব পাৰি। সমাজৰ সাহিত্য, ৰাষ্ট্ৰ, আইন, কানুন, কৃষ্টি,

কলা এই সকলোবোৰ এই প্ৰভুত্বকে সুদৃঢ় কৰাৰ অনুপান মাত্ৰ। ইয়েই "বুৰঞ্জীৰ বাস্তৱ ব্যাখ্যা" বুলি প্ৰখ্যাত। এই তথ্যৰ সহায়ত মাৰ্ক্সে অতীতৰ বুৰঞ্জীৰ প্ৰকৃত ব্যাখ্যা দিব পাৰিছে আৰু ভৱিষ্যতে দুখীয়া শ্ৰেণীয়ে, শ্ৰমিক শ্ৰেণীয়ে কি উপায়ে নিজৰ ভাগ্য নিয়ন্ত্ৰণ কৰিব পাৰিব তাকে দেখুৱাইছে। আমি ইমান দিনে যি বুৰঞ্জী পঢ়ি আহিছোঁ, সি কেৱল ৰজা-মহাৰজাৰ জীৱনী আৰু সেনানায়কসকলৰ সংঘৰ্ষৰ বিৱৰণী মাথোন। তাত সামাজিক উত্থান-পতন আৰু বিপ্লৱ আদিক আকস্মিক ঘটনা বুলি বৰ্ণোৱা হৈছে। যুদ্ধ-বিগ্ৰহৰ কাৰণ বিচৰা হৈছে, কোনোবা দুৰাকাংক্ষী সাম্ৰাজ্য-লোভীৰ উচ্চ-আশাত, অথবা কোনোবা ৰূপৱতী ৰাজকুমাৰীৰ গোপন-প্ৰেমৰ কূট-চক্ৰত। সামাজিক ঘটনাবোৰৰ প্ৰকৃত কাৰণ যে অৰ্থনৈতিক, তাত তাক বুজোৱা নাই। মাৰ্ক্সে সভ্যতাৰ ক্ৰমবিকাশটো চাৰিটা স্তৰত ভগাই লৈছে আৰু ই স্তৰৰপৰা সি স্তৰত উঠিবৰ সময়ত প্ৰত্যেক বাৰতে যে কিছুমান পৃথিৱী কঁপোৱা ঘটনা ঘটে তাক দেখুৱাইছে; আৰু সেইবোৰৰ প্ৰকৃত কাৰণ বিচাৰি পাইছে অৰ্থনীতি ক্ষেত্ৰত।

### সমাজ বিবৰ্তন

মানৱ জাতিৰ আদিম অৱস্থাত সমাজখন অতি চাধাচিধা আছিল। মানুহবোৰ তেতিয়া ভ্ৰাম্যমান আছিল। স্থায়ী ঘৰবাৰী নাছিল। গছৰ ফলমূল আৰু বনৰীয়া জন্তুৰ মাংস খাই জীৱন ৰক্ষা কৰিছিল। সেই সময়ৰ আহিলাপাতি বুলিবলৈ মাথোন এটুকুৰা শিল আৰু এডাল লাঠী। এই আহিলাপাতি ইমান সহজ আছিল যে ই কাৰো গাইগুটীয়া সম্পত্তি হব নোৱাৰিছিল। গতিকে এই স্তৰত এনে কোনো শ্ৰেণী নাছিল, যি শ্ৰেণীয়ে আন শ্ৰেণীৰ মানুহৰ ওপৰত প্ৰভুত্ব চলাব পাৰে।

ধীৰে ধীৰে মানুহজাতি ভ্ৰাম্যমান অৱস্থা এৰি এঠাইত বসতি কৰিবলৈ ধৰিলে। লো আদি ধাতুৰ আবিষ্কাৰ হোৱাত অস্ত্ৰ-শস্ত্ৰ তৈয়াৰ কৰিব শিকিলে আৰু মাটি চহাবলৈ হাল আবিষ্কাৰ কৰিলে। মাটি চহাই শস্য উৎপাদন কৰিব জনা হোৱাত সিহঁতৰ ভিতৰৰ দুৰ্দান্তসকলে দুৰ্বলীবোৰক নিজৰ চাকৰ কৰি সিহঁতৰ দ্বাৰা হাল চাহ চলাই নিজে যুদ্ধ-বিগ্ৰহত ব্যস্ত হ'ল। যুদ্ধ-বিগ্ৰহত যিবোৰক বন্দী কৰি আনে, সিবোৰক আকৌ দাস কৰি সিহঁতৰ জীৱনস্বত্ব পৰ্যন্ত কিনা-বেচা কৰিব ধৰিলে। ইয়াৰপৰাই দাস-প্ৰথাৰ উৎপত্তি আৰু এই অৱস্থাতে প্ৰথম শোষণৰ আৰম্ভ। এই দুৰ্দান্ত দলপতিসকলে হাল গৰু আদি, সেই যুগৰ চাধাচিধা আহিলাপাতি দাসক যোগাইছিল আৰু দাসৰ পৰিশ্ৰমেৰে উৎপন্ন ফচল নিজ হাতলৈ আনি দাসক



শোষণ কৰি নিজে সমাজত প্ৰভুত্ব কৰিছিল। সেইসকলেই কালত গৈ জমিদাৰ শ্ৰেণীত পৰিণত হ'ল।

ইয়াৰ পিছত আহিলাপাতিৰ অলপ পৰিবৰ্তন হ'ল। হাল আৰু ফাল উন্নত হ'ল। কৃষিৰ পৰিসৰ পৰিবৰ্ধিত হ'ল। কৃষিৰ প্ৰণালীও উন্নত হ'ল। উন্নত ধৰণৰ কৃষি কৰিবলৈ কৃষকেও অলপ বুদ্ধিমান হোৱা আৱশ্যক হ'ল। দাস-প্ৰথাত দাসৰ কৃষিত কোনো স্বাৰ্থ নাথাকে, গতিকে বুদ্ধি খটুৱাই কাম কৰিব নোৱাৰে। কাজেই দাস-প্ৰথা উঠাই দিয়াত প্ৰভুশ্ৰেণীৰ স্বাৰ্থ বজাই থাকে, হানি নহয়। দাস প্ৰথা উঠাবৰ কাৰণে এই সময়ত জমিদাৰসকলে গোটেই পৃথিৱীতে যুঁজে। এই যুদ্ধত কৃতকাৰ্য হৈ জমিদাৰসকলে মাটিত আধি-ঠিকা নিয়মৰ প্ৰচলন কৰি ৰায়তক নিজৰ খাটত বহুৱাই লয়। এই যুগক মাৰ্ক্সে জমিদাৰী যুগ বুলিছে। আমাৰ দেশখনৰ বেছিভাগ ঠাই এতিয়াও এই যুগতে আছে। জমিদাৰী যুগত মাটি, হাল আৰু গৰু এইবিলাকেই বস্তু উৎপাদনৰ প্ৰধান আহিলাপাতি। যাতে জমিদাৰসকলে এইবোৰ স্বচ্ছন্দে চলাব পাৰে তাৰ অৰ্থে তেওঁলোকে ৰাজকীয় ক্ষমতা নিজ হাতলৈ আনিবলৈ পুৰুষাৰ্থ কৰে। ইংলণ্ডৰ ৰজা "জনৰ" দিনৰ জমিদাৰসকলে মহাসনদ (মেগ্নাকাৰ্টা) নামৰ চুক্তিপত্ৰ জোৰ কৰি ৰজাৰদ্বাৰা লিখাই লোৱা কথা সকলোৱে জানে। এই কাৰ্যৰদ্বাৰা একচেটিয়া ৰাষ্ট্ৰশক্তিৰ শেষ হৈ গণশক্তিৰ প্ৰথম আৰম্ভণী হোৱা বুলি স্কুল-কলেজৰ বুৰঞ্জীয়ে ৰমকজমক বিৱৰণী দিছে। কিন্তু মাৰ্ক্সৰ মতে সেই বিৱৰণী ওপৰ-চকুৱা। প্ৰকৃতপক্ষে এই কাৰ্যৰদ্বাৰা উঠি-অহা সেই জমিদাৰশ্ৰেণীয়ে নতুন আহিলাপাতিৰ প্ৰভুত্বৰদ্বাৰা ৰায়তসকলক শোষণ কৰিবৰ সুবিধাৰ্থে ৰাজকীয় ক্ষমতা নিজৰ হাতলৈ আনে। সেই দিনৰপৰা সোঁতৰ শতিকালৈ জমিদাৰসকলে ৰাজকীয় ক্ষমতাৰ সহায়ত, শিক্ষা, দীক্ষা, ধৰ্ম, সাহিত্য, আইন, বিচাৰ আদি সকলো ক্ষেত্ৰতে প্ৰভুত্ব চলাই আহি অবাধে ৰায়তসকলক শোষণ কৰে। ৰায়তসকলে নিজ পৰিশ্ৰমৰ দ্বাৰা যি শস্য উৎপাদন কৰে, জমিদাৰসকলে মাটিৰ স্বামী বুলি তাৰে আধা নাইবা চুকানী অংশ আইনতঃ কাঢ়ি আনে। মাৰ্ক্সৰ মতে ইও একপ্ৰকাৰ অনুপাৰ্জিত খোৱাকী, উৎবৃত্ত লাভ, অপহৰণ বা শোষণ।

সপ্তদশ শতাব্দীত নানাৰকম বৈজ্ঞানিক আবিষ্কাৰৰ ফলত আহিলাপাতিৰ আৰু পৰিবৰ্তন হ'ল। সূতা-কটা, কাপোৰ-বোৱা, চাউল-চৰা আদি ঘৰুৱা-শিল্পৰ কামবোৰ এতিয়া ভাঁপৰ কলৰ সহায়ত প্ৰকাণ্ড প্ৰকাণ্ড ফেক্টৰীত সমাধা কৰা হ'ল। এই ফেক্টৰীবোৰ চলাবৰ কাৰণে বহু সংখ্যক নিপুণ শ্ৰমিকৰ আৱশ্যক হ'ল। কিন্তু যিমান দিনে মানুহৰ মাটিবাৰী নাইবা ঘৰুৱা-শিল্প থাকে, সিমান দিনে সহজে বহুৱা

হবলৈ কোনোৰে ভাল নাপায়। সেই দেখি মহাজন শ্ৰেণীয়ে আবিয়া-অবিবহাৰা ঘৰুৱা-শিল্প ধ্বংস কৰিলে। খাব নাপাই আগৰ দিনৰ তাঁতী, সোণাৰী, কমাৰ, কুমাৰ, কাঠমিস্ত্ৰী আদি শ্ৰেণীৰ মানুহে ফেক্টৰীৰ দুৱাৰমুখত হাজিৰ হ'ল। ইয়াৰ উপৰিও মহাজনে জমিদাৰৰ খাটবোৰত থকা অৰ্দ্ধদাস ৰায়তসকলক ফুচুলাবলৈ আৰম্ভ কৰিলে। মহাজনশ্ৰেণীয়ে নিজ-স্বাৰ্থৰ টানত ব্যক্তিগত স্বাধীনতাৰ মন্ত পাগুা হৈ পৰিল। ব্যক্তিগত স্বাধীনতাৰ "হুজুগ" তুলি, ৰায়তবোৰৰ ওপৰত থকা জমিদাৰী চুক্তিবোৰক প্ৰকৃতিৰ নীতি বিৰুদ্ধ, ন্যায়-বিৰুদ্ধ বুলি গালি দিলে। ৰাজকীয় ক্ষমতা হাতলৈ নাহিলে এই কাৰ্য সিদ্ধ নহয় দেখি, মহাজনশ্ৰেণীয়ে ৰাজনৈতিক আন্দোলনো আৰম্ভ কৰিলে। ৰাজনৈতিক আন্দোলনৰ প্ৰকৃত অভিসন্ধি লুকুৱাবৰ অভিপ্ৰায়ে জটিল ৰাজনৈতিক তথ্যৰ অৱতাৰণা কৰিলে। এই আন্দোলন যেতিয়া সমাজত বিয়পি পৰিল ভাবুকসকলে ইয়াৰদ্বাৰা আক্ৰান্ত হৈ ইয়াৰেই মহিমা গুণগান কৰিবলৈ ধৰিলে। ইয়াৰ ফলত ফ্ৰান্সত ৰুচো আৰু ভলটেয়াৰৰ অগ্নিময়ী লিখনী আৰু ইংলণ্ডত লক্, স্পেঞ্চাৰ আদিৰ প্ৰবন্ধই সমাজত খলক লগাই দিলে। ক্ৰমওৱেল, ৰবেছপিয়াৰি, ডেণ্টন আদি গণনায়কে সমাজত বক্তৃতাৰ জুই ববষিব ধৰিলে। জমিদাৰসকলেও এই আন্দোলনৰ বিৰুদ্ধে আপ্ৰাণ যুঁজিলে। শেষত ফ্ৰান্স দেশত "সাম্য-মৈত্ৰী-স্বাধীনতা" মন্ত্ৰৰ নামত জমিদাৰসকলৰ নেতা, ৰজা ষোড়শ লুইয়ে ফৰাচী বিপ্লৱত নিজৰ জীৱন বলি দিলে। ইংলণ্ডতো ৰজা প্ৰথম চাৰ্লচে, ক্ৰমওৱেল হেম্পডেন আদি গণনায়কৰ হাতত বহুত লাটিঘুটিৰ পিছত নিজৰ মূৰটি হেৰুৱালে। মাৰ্ক্সৰ মতে ক্ৰমওৱেল, হেম্পডেন ডেণ্টন, ৰবাচপিয়াৰি আদি গণনেতাসকলে আৰু ৰুচো, ভলটেয়াৰ, লক আদি লিখকসকলে যদিও নিজে প্ৰকৃত ব্যক্তিগত স্বাধীনতাৰ কাৰণেই আন্দোলন চলোৱা বুলি বিশ্বাস কৰিছিল, দৰাচলতে এওঁলোকে মহাজন-শ্ৰেণীৰ অৰ্থনৈতিক স্বাৰ্থৰ কাৰণেহে যুঁজি মৰিছিল। সেই স্বাৰ্থ হৈছে নতুনকৈ আৱিষ্কৃত হোৱা যন্ত্ৰপাতিবোৰ প্ৰকাণ্ড ফেক্টৰীত লাভজনকভাৱে খটুৱাবলৈ অসংখ্য বনুৱা যোগাৰ কৰা। ব্যক্তিগত স্বাধীনতা, সাম্য, মৈত্ৰী, ভাতৃত্ব ইত্যাদি মন্ত্ৰ কেৱল ভুৱা। এই গোটেই আন্দোলনৰ ফলত সেই সেই দেশত জমিদাৰশ্ৰেণীৰ প্ৰভুত্ব নোহোৱা হ'ল সঁচা, কিন্তু মহাজনশ্ৰেণীৰ অভ্যুত্থান হ'ল। মহাজনশ্ৰেণীয়ে ৰাজনৈতিক ক্ষমতা পাই নানা আইন-কানুনদ্বাৰা আগৰ কালৰ কৃষক আৰু ঘৰুৱা শিল্পীশ্ৰেণীক নিৰ্মূল কৰি অসংখ্য ঘৰবাৰীহীন বনুৱাশ্ৰেণীৰ সৃষ্টি কৰিলে। নতুন যন্ত্ৰপাতি চলাবলৈ বনুৱাৰ অলপ নৈপুণ্যৰ আৱশ্যক, সেই দেখি গণ-শিক্ষা আন্দোলনৰ নামত প্ৰাইমাৰী আৰু টেক্নিকেল স্কুলেৰে দেশ ভৰাই দিলে। ঠিক যি ধৰণৰ



বনুৱা হলে মহাজনশ্ৰেণীৰ ফেক্টৰীবোৰ ভালকৈ চলে সেই শ্ৰেণীৰ বনুৱাৰে দেশ ভৰি পৰিল। মহাজনৰ কাৰখানাৰ দুৱাৰদলিত শুদা হাত লৈ থিয় হ'ল, যি মজুৰি দিয়ে তাতেই খাটিম বুলি ৰাজী হৈ। এই বাধ্যতামূলক সন্মতিৰ কাৰণে যে সি প্ৰকৃততে দায়ী নহয়, তাৰ অদৃষ্টও দোষী নহয়, তাকেই মাৰ্ক্সে বুৰঞ্জীৰ "বাস্তৱ ব্যাখ্যাৰ"দ্বাৰা প্ৰমাণ কৰিছে।

### ইয়াৰ প্ৰতিকাৰ কি ?

ওপৰত বৰ্ণোৱা বিশ্লেষণৰপৰাই ইয়াৰ প্ৰতিকাৰ কি ওলাই পৰে? মাৰ্ক্সে নকয় যে পৃথিৱীৰপৰা যন্ত্ৰপাতি উঠাই দি, ঘৰুৱা শিল্পৰ পুনঃ প্ৰতিষ্ঠান কৰি বনুৱা-বিলাকে স্থায়ী বস্তি কৰি নিৰ্বিবাদে খাই থাকক। সেইটো কৰিবলৈ যোৱা মানে সভ্যতাৰ চকৰি ওলোটা ফালে ঘূৰোৱা। মাৰ্ক্সে কয় যে সভ্যতাৰ চকৰি বেছি জোৰত নচলা কাৰণেহে এই শোষণ নীতি এতিয়াও চলি আছে। "বুৰঞ্জীৰ বাস্তৱ ব্যাখ্যাত" মাৰ্ক্সে দেখুৱাইছে যে বস্তু উৎপাদনৰ আহিলাপাতি যি ধৰণৰ হয় সমাজ আৰু ৰাষ্ট্ৰও সেই ধৰণৰে হয়। আজিকালিৰ বস্তু উৎপাদনৰ আহিলাপাতি এনে ধৰণৰ যে এজনৰ চেষ্টাত এটা সামান্য বেজীও তৈয়াৰ হব নোৱাৰে। আমাৰ দৈনন্দিন জীৱনত লগা প্ৰায় সকলোবোৰ বস্তুৱেই প্ৰকাণ্ড প্ৰকাণ্ড ফেক্টৰীত তৈয়াৰ হয়। তাত হাজাৰ হাজাৰ বনুৱাই এক সমষ্টি হৈ ইঞ্জিনিয়াৰ, মেনেজাৰ, কেৰাণী, আদিৰ লগত সহযোগ কৰি সেই বস্তুবোৰ তৈয়াৰ কৰে। অৰ্থাৎ আজিকালিৰ উৎপাদন-প্ৰণালী সামূহিক। গাইগুটীয়া নহয়। প্ৰস্তৰ যুগৰ আদিম অধিবাসীৰ দৰে শিলগুটি আৰু লাঠীৰে চিকাৰ কৰি আজিকালি জীৱিকানিৰ্বাহৰ বস্তু গোটাব নোৱাৰি। উৎপাদন প্ৰণালী সামূহিক অথচ তাৰ আহিলাপাতিৰ স্বত্ব ব্যক্তিগত— এইটো এটা বিৰুদ্ধ প্ৰথা। এইটোৱেই বৰ্তমান জগতৰ অস্বাভাৱিকতা। এই অস্বাভাৱিকতাৰ কাৰণেই মাজে মাজে অৰ্থ-সংকটে মহাজনৰ কাৰবাৰ মূলে সুলে ধ্বংস কৰে। ইয়াৰ কাৰণেই অজস্ৰ বস্তুৰ মাজতো অগণন বনুৱা, নিবনুৱা হৈ শুকাই মৰে আৰু মহাজন শ্ৰেণীয়ে সমাজৰ প্ৰকৃত অভাৱ অনুযায়ী বস্তু উৎপাদন নকৰে। যিহেতে নিজৰ উৎবৃত্ত লাভ বেছি হয়, তাকেহে বেছিকৈ তৈয়াৰ কৰে। কিন্তু যিমানে বস্তু বাঢ়ে আৰু উৎবৃত্ত লাভ বাঢ়ে তিমানেই বনুৱাৰ আয় কমি যায় আৰু বস্তু কিনাৰ শক্তিও টুটে। বনুৱাৰ ক্ৰয় শক্তি কমি গলে অৰ্থ-সংকট আৰম্ভ হয়। বেংক, ইন্সিওৰেন্স, কল-কাৰখানা আদি চ'তমহীয়া গছৰ পাতৰ দৰে এছাটি বতাহতে সৰি পৰে। মহাজনশ্ৰেণীৰ হাতত যিমান দিন আহিলাপাতি থাকিব, তিমান দিন এনে অৰ্থ-সংকট

হৈয়ে থাকিব। ১৮১৮, ১৮২৫, ১৮৩৭, ১৮৪৭, ১৮৭৩, ১৮৮৪ ১৮৯৩ আৰু ১৯০৬ চনত এনেকুৱা সংকট হয়। ১৯৩০ চনত আটাইতকৈ গুৰুতৰ অৰ্থ-সংকট হৈছিল।

এই অস্বাভাৱিকতা গুচাব পাৰি কেনেকৈ ?—উৎপাদন প্ৰণালীৰ আহিলাপাতিৰ স্বত্ব সমাজৰ হাতলৈ আনি। অৰ্থাৎ সম্পত্তিৰ ওপৰত ব্যক্তিগত স্বত্ব উঠাই দি। তেতিয়া কল-কাৰখানা, মাটি-বাৰী, ৰেল-জাহাজ, বেংক-ইন্সিওৰেন্স সমস্তৰে গৰাকী হ'ব সমাজ।

দ্বিতীয়তঃ মাৰ্ক্সে "উৎবৃত্ত লাভ" তথ্যৰদ্বাৰা দেখুৱাইছে যে শ্ৰমেই সকলো বস্তুৰ সাৰ। উৎপাদন প্ৰণালীত মহাজনৰ যি ওপৰঞ্চি লাভ হয়, শ্ৰমিকক প্ৰাপ্যৰপৰা বঞ্চিত কৰিহে তেওঁলোকে সেইখিনি পায়। মাৰ্ক্সে কয় এই উৎবৃত্ত লাভখিনি শ্ৰমিকেহে সদায় পাব লাগে! বনুৱাৰ মজুৰি যদি উৎবৃত্ত লাভৰ পৰিমাণে বৃদ্ধি কৰা হয়, তেনেহলে বনুৱাশ্ৰেণীৰ অৱস্থা আজিৰ দৰে শোচনীয় নহয়। অৱশ্যে উৎবৃত্ত লাভৰ কিছু অংশ আজিৰ মহাজনী যুগতো মহাজনশ্ৰেণীৰ লো'ৰ সন্দুকৰপৰা বিৰিঙ্গি বিৰিঙ্গি বৈজ্ঞানিক, ইঞ্জিনিয়াৰ, সাহিত্যিক আদিৰ হাতলৈ আহিছে আৰু কিছু অংশ ৰাষ্ট্ৰই খাজানা, টেক্স আদিৰদ্বাৰা নিজ হাতলৈ আনি বাট, ঘাট, পদূলি, জনস্বাস্থ্য, কুঁৱা, পুখুৰী, ৰেল, জাহাজ আদিত খৰচ কৰিছে। কিন্তু মহাজনী-যুগত ৰাষ্ট্ৰই মহাজন শ্ৰেণীৰ হাতত উৎবৃত্ত লাভৰ বেছিখিনিকেই ৰাখি থয় আৰু মহাজনশ্ৰেণীয়ে সেই উৎবৃত্ত লাভক পুঁজিত পৰিণত কৰি নতুনকৈ যন্ত্ৰপাতিৰ স্বত্ব কিনি বনুৱাক শোষণ কৰাৰ পৰিসৰ বঢ়ায়। সেই দেখি মাৰ্ক্সৰ মতে উৎবৃত্ত লাভৰ কিছু পৰিমাণ বনুৱাৰ মজুৰিৰ হাৰ বৃদ্ধি কৰাত খৰচ কৰি, বাকীখিনি ৰাষ্ট্ৰৰ হাতলৈ আনিব লাগে আৰু বনুৱাৰ অৱস্থাৰ উন্নতিৰ অৰ্থে স্কুল, কলেজ, ডাক্তৰখানা, কুঁৱা, পুখুৰী, লাইব্ৰেৰী, ৰেডিঅ', শিক্ষা, চিনেমা আদি জনহিতকৰ কামবোৰ যিমান পাৰে সিমান বঢ়াব লাগে।

এনেকুৱা হলে ৰাষ্ট্ৰত শ্ৰেণীবিভাগ নাথাকিব। শ্ৰেণীবিভাগৰ উৎপত্তি হয় শোষণৰ কাৰণে। ৰাষ্ট্ৰই অৰ্থাৎ সমাজে যেতিয়া নিজে উৎপাদন-প্ৰণালী হাতত লব, তেতিয়া শোষণৰ সুবিধা নাথাকিব, আৱশ্যকো নাথাকিব। সমাজৰ সকলোৱে কাম কৰিব, সকলোৱে খাব পাব, জাতি-ভেদ আৰু বৰ্ণাশ্ৰম উঠি যাব। ঠগবাজী, চুৰি, ডকাইতি সমাজৰপৰা অন্তৰ্হিত হব। সাম্ৰাজ্যবাদ লোপ পাব, কাৰণ আন দেশৰ স্বাধীনতা হৰণ কৰি শোষণ কৰিবৰ আৱশ্যক নহব। এনেকুৱা সমাজত ব্যক্তিগত স্বাৰ্থ আৰু আপোনপেটীয়া স্বভাৱৰ ঠাই নাথাকিব। সকলোৱে একেলগে, একেটা উদ্দেশ্যে কাম কৰিব লগা হোৱাত সহযোগিতা আৰু ভাতৃত্বভাব গঢ়ি উঠিব।



এনেকুৱা সমাজত কোনো বস্তুৰে অভাৱ নহব। কাৰণ আজিৰ দিনত মহাজনে য'ত লাভ বেছি পায় তাকেহে তৈয়াৰ কৰে। কিন্তু এনেকুৱা সমাজত ৰাষ্ট্ৰই প্ৰকৃত অভাৱ চাইহে বস্তু তৈয়াৰ কৰিব। উৎবৃত্ত লাভ মহাজনৰ হাতলৈ যোৱা বন্ধ হোৱাত এনে সমাজত বস্তু অপৰ্যাপ্ত হব। বৈজ্ঞানিক আৱিষ্কাৰবোৰ মহাজনৰ লাভৰ বাবে নখটুৱাই সমাজৰ উপকাৰৰ বাবে খটুৱাত সমাজত বস্তুৰ সংখ্যা ইমান বাঢ়ি যাব যে যাক যিমান লাগে সি সিমানে বস্তু পাব। আজিকালিৰ দিনত পৰিয়ালৰ খাওঁতাৰ সংখ্যা বেছি থাকিলেও কামিলাই যি দৰমহা পায়, কম থাকিলেও তাকেই পায়। কিন্তু তেতিয়া অভাৱ অনুযায়ী বস্তু বিতৰণ হব। দুৰ্বলী, বুঢ়া-বেথা, ল'ৰা-তিৰুতাই পূৰ্ণবয়স্ক পুৰুষৰ সমানে নাখাটিলেও মজুৰিৰ হীন-দেঢ়ি নঘটিব। আজিকালিৰ দিনত ৰুগীয়া, বুঢ়া, নাইবা দুৰ্বলীৰ কাম কৰা শক্তি হ্ৰাস হোৱা বাবে নিবনুৱা হৈ থাকে আৰু সিহঁতৰ ল'ৰা-ছোৱালী শুকাই মৰে। এনে মানুহে নিতান্ত কাম পালেও কম মজুৰিতে খাটিব লাগে। কিন্তু তেতিয়া সমাজত বস্তুৰ সীমা-সংখ্যা নোহোৱা হব। কাজেই দুৰ্বলীকো সবলীৰ সমানে মজুৰি দিব পৰা যাব। তেতিয়া কল-কাৰখানাত বেছি সময় ধৰি খাটিবৰো আৱশ্যক নহব। মানুহে আজিকালিৰ দৰে দুবেলা দুমুঠি ভাতৰ কাৰণে হাবাথুৰি খাই মৰিব নালাগিব। কাজেই অনৰ্থক ঘৰুৱা চিন্তাত সময় নষ্ট নকৰি জ্ঞান-বিজ্ঞানৰ চৰ্চাত যথেষ্ট সময় খটুৱাব পাৰিব। তেতিয়া প্ৰকৃতিৰ বুকুৰপৰা আৰু যে কিমান নতুন তথ্য আৱিষ্কাৰ কৰি মানৱ জাতিৰ উপকাৰ সাধিব পৰা যাব সহজেই অনুমান কৰিব পাৰি। এনেকুৱা মানৱ সমাজত উদ্গতিৰ সীমা নাথাকিব। উদ্গতিৰ অসীম সোপানত মানৱ জাতিয়ে দিনে দিনে উধাই যাব। সেই সমাজত ৰাষ্ট্ৰৰ আৱশ্যক নহব, কাৰণ যেতিয়ালৈকে সমাজবিৰোধী ব্যক্তি বা শ্ৰেণীক জোৰ কৰিবৰ আৱশ্যক হয়, তেতিয়ালৈকেহে ৰাষ্ট্ৰৰ অস্তিত্বৰ দৰকাৰ। কিন্তু সেই সমাজত বিৰুদ্ধ-স্বাৰ্থ নাথাকিব। সেই সমাজত প্ৰত্যেকে সকলোৰে কাৰণে খাটিব। কাজেই সেই সমাজত ৰাষ্ট্ৰ আপোনা-আপুনি শুকাই মৰহি যাব। সেই সমাজ স্বৰ্গ-ৰাজ্যতকৈও মনোহৰ হব। সেই সমাজৰ মানৱ জাতি দেৱতাৰো ওপৰলৈ উধাব। সেই সমাজৰ প্ৰকৃত অৱস্থা মহাকবিৰ বৰ্ণনাৰো অতীত।

এই স্বৰ্গৰাজ্য পৃথিৱীত কোনোবা দিনা স্থাপিত হব নে? অথবা ইয়াৰ স্থাপনৰ বাবে এতিয়ালৈ কিবা চেষ্টা চলিছে নে? ৰাছিয়াত এনেকুৱা সাম্য-ৰাজ্য গঠনৰ চেষ্টা চলি আছে। ১৯১৭ চনত 'জাৰৰ' ৰাজ্যত বিপ্লৱ ঘটুৱাই, বলচেভিকসকলে ৰাছিয়াত মাৰ্ক্সীয় নীতিত ৰাষ্ট্ৰগঠন আৰম্ভ কৰে। লেনিন আৰু তেওঁৰ সহকৰ্মীসকলৰ

অক্লান্ত চেষ্টাৰ ফলত ৰাছিয়াই এক নতুন পথত আগবাঢ়িবলৈ সুবিধা পায়। ১৯২৫ চনৰ পিছত ষ্টেলিনৰ নেতৃত্বত ৰাছিয়াই দেশৰ অৰ্থনৈতিক উন্নতিৰ বাবে পাঁচ-বছৰীয়া পৰিকল্পনাবোৰ হাতত লয় আৰু নিৰ্দিষ্ট সময়ৰ আগতে, এই পৰিকল্পনাৰ কাৰ্য শেষ কৰি ৰাছিয়াক পৃথিৱীৰ প্ৰথম শ্ৰেণীৰ শক্তিৰ সমতুল্য কৰি তোলে। ৰাছিয়াত আজি সমস্ত শিল্প আৰু উৎপাদন প্ৰণালী ৰাষ্ট্ৰৰ হাতত। ৰাছিয়াত অসংখ্য চৰকাৰী কৃষি ফাৰ্ম আৰু সমবায় কৃষি ফাৰ্ম আছে। ৰাছিয়াত জমিদাৰী নীতি নাই—মাটি কাৰো নিজা সম্পত্তি হব নোৱাৰে। ৰাষ্ট্ৰই তাত মাটিৰ গৰাকী। ইয়াৰদ্বাৰা খেতিতো নিজা স্বত্ব উঠাই দিয়া হৈছে। ৰাছিয়াত ৰাষ্ট্ৰ মানেই বনুৱা আৰু খেতিয়ক সমাজ। গতিকে বনুৱা আৰু খেতিয়কেই তাৰ উৎপাদন-প্ৰণালীৰ গৰাকী। সামাজিক উৎপাদন-প্ৰণালী ৰাছিয়াত সমাজৰ হাতলৈ আহিছে। ৰাছিয়াত উদ্বৃত্ত লাভ মহাজনশ্ৰেণীৰ হাতলৈ নাযায়, কাৰণ তাত সেই শ্ৰেণীৰ মানুহেই নাই। তাত উদ্বৃত্ত লাভ ৰাষ্ট্ৰৰ জৰিয়তে আকৌ সমাজৰ হাতলৈকে যায়। তাৰে ফলত ৰাছিয়াত চৰকাৰী হাস্পাতাল, শিক্ষানুষ্ঠান, শিশু প্ৰতিপালানুষ্ঠান, শিক্ষা-চিনেমা, শিক্ষা-ৰেডিঅ' আদি জনহিতকৰ অনুষ্ঠানৰ সীমা-সংখ্যা নাই। ৰাছিয়াত নিবনুৱা সমস্যা নাই। তাত বাটৰ কুকুৰৰ মুখৰপৰা কটি কাঢ়ি আনি মানুহে খাবৰ আৱশ্যক নকৰে। ৰাছিয়াত ব্যক্তিগত সম্পত্তিৰ স্বত্ব অতি সামান্য মাত্ৰ। উত্তৰাধিকাৰী সূত্ৰে তাত ৰজা, জমিদাৰ হৈ ভৰি তুলি বহি পৰৰ উপাৰ্জিত কোনেও খাব নোৱাৰে।

অৱশ্যে কাৰ্ল্‌মাৰ্ক্সৰ কাল্পনিক স্বৰ্গৰাজ্য ৰাছিয়াত এতিয়াও হৈ উঠা নাই। ঐশ্বৰ্য আৰু সমৃদ্ধি হিচাপে আমেৰিকাতকৈ ৰাছিয়া এতিয়াও অলপ পাছ পৰিয়ে আছে। কিন্তু ১৯১৭ চনৰ আগৰ ৰাছিয়াৰ ভিতৰুৱা অৱস্থাৰ বুৰঞ্জী যি জানে তেওঁ ভালকৈ বুজি পায় যে ইতিমধ্যে ৰাছিয়াই আভ্যন্তৰীণ অৱস্থাৰ যি পৰিবৰ্তন আনিছে, সি আগৰ তুলনাত প্ৰকৃত স্বৰ্গৰাজ্য। কোনো কোনো দিশত ৰাছিয়াই ইংলণ্ড আমেৰিকা আদি দেশক চেৰ পেলাই গৈছে। ৰাছিয়াৰ মহাশক্তিৰ প্ৰচণ্ড আঘাতত হিট্‌লাৰৰ দুৰ্দ্ধৰ্ষ জাৰ্মানী ছাই হৈ গৈছিল। ৰাছিয়াই পৃথিৱীক বৰ্বৰতাৰ আক্ৰমণৰপৰা ৰক্ষা কৰিলে। বৰ্তমান যুগৰ অন্ধকাৰৰ মাজেৰে ভৱিষ্যতৰ স্বৰ্গৰাজ্যলৈ ৰাছিয়াই একুৰা বন্তিৰ পোহৰ দেখুৱাইছে।

## সাধাৰণ মানুহ, অসাধাৰণ মানুহ আৰু গণতন্ত্ৰ

আমি সকলোৱেই 'সাধাৰণ মানুহ'। আমি সকলোৱে গোটেই জীৱনটো কাম কৰি এদিন মৰিব লাগিব। আমাৰ সকলোৰে জীৱনৰ প্ৰধান কাম হৈছে জীৱিকা নিৰ্বাহ কৰা ; তাৰ পিছত অলপ সুখ-বিলাস উপভোগ কৰা, অথবা কিবা অসাধাৰণ কাম কৰিবৰ চেষ্টা কৰা। আমাৰ সকলোৰে দৈনন্দিন জীৱনৰ কাৰ্যাৱলীৰ ভিতৰত খোৱা-শোৱা আৰু সাংসাৰিক কাৰ্য হেতু ঘূৰি ফুৰা বা শাৰীৰিক বা মানসিক শ্ৰম কৰাই আমাৰ দিনটোৰ বেছি ভাগ সময় নিয়ে,—ইয়াৰ বাহিৰে যিখিনি সময় আমাৰ হাতত থাকে, সি সামান্য। সেই সামান্য সময়খিনি হয়তো কোনোৱে বিশ্ৰামত, কোনোৱে লাহ-বিলাহত, কোনোৱে উচ্চ-চিন্তাত, কোনোৱে কবিতা লিখাত আৰু কোনোৱে শোক-পৰিতাপ কৰি কটায়। আমি সকলোৱেই খং, ৰাগ, প্ৰেম, মোহ, বিচাৰ-অবিচাৰ আদিৰে গঠিত। আমাৰ অৱস্থা যিমানেই সচল বা হীন হওক, আমি সকলোৱে শোক, দুখ, পৰিতাপ, আনন্দ আদি অনুভূতিৰ ভিতৰতে আবদ্ধ।

মুঠতে আমাৰ দৈনন্দিন জীৱনটো আৰু সমস্ত জীৱনটো বিশ্লেষণ কৰিলে দেখা যায় যে আমাৰ দিনটোৰ বেছিভাগ সময়তে আমি 'সাধাৰণ মানুহ' আৰু আমাৰ সমস্ত জীৱনৰ অধিকাংশই সাধাৰণ জীৱন।

পৃথিৱীৰ কোনো মানুহেই সকলো সময়তে অসাধাৰণ মানুহ নহয়। প্ৰখ্যাত কবি, নাট্যকাৰ, ভাবুক, নেতা, বক্তা, আবিষ্কাৰক, বৈজ্ঞানিক, ইঞ্জিনিয়াৰ, সমাজ সংস্কাৰক আদি অসাধাৰণ মানুহ। সাধাৰণ মানুহে যি কাম কৰিব পৰা নাই, সেই কাম এইসকল পুৰুষে কৰিব পাৰিছে হয় ; কিন্তু এই অসাধাৰণ মানুহসকল সকলো সময়তে 'অসাধাৰণ মানুহ' নহয়। এওঁলোকৰো এটা 'সাধাৰণ জীৱন আছে আৰু এই সাধাৰণ জীৱনটোৱেই এওঁলোকৰ দিনটোৰ বেছি সময় আৰু জীৱন কালৰ বেছি সময় অধিকাৰ কৰে। এওঁলোকেও শোৱে, খায়, জীৱিকা উপাৰ্জনৰ কাৰণে শাৰীৰিক বা মানসিক পৰিশ্ৰম কৰে। এওঁলোকৰো পাৰিবাৰিক জীৱন আছে ; প্ৰেম, ৰাগ, খং, মোহ আছে। এওঁলোকে যেনেকৈ কবিতা, নাটক, উচ্চচিন্তা, বক্তৃতা আদিত

সময় নিয়াইছে, কিছুমান দেশত সাধাৰণ মানুহেও কবিতা, নাটক, বক্তৃতা আদিত সমানে সময় নিয়াইছে ; কিন্তু কিবা এটা বুজাব নোৱাৰা বিশেষ আন্তৰিক গুণৰ বলত এওঁলোকে সাধাৰণ মানুহতকৈ বহুগুণে ওখ থাপৰ কবিতা বা নাটক লিখিব পাৰে বা বক্তৃতা দিব পাৰে। এই বিশেষ আন্তৰিক গুণখিনিৰ কাৰণেই এওঁলোক অসাধাৰণ মানুহ। কিন্তু এই বিশেষ গুণখিনিয়ে খোৱা, শোৱা, পাৰিবাৰিক জীৱন চলোৱা, সাংসাৰিক কাৰ্যনিৰ্বাহ কৰা আদিত এওঁলোকৰ জীৱনটো অসাধাৰণ কৰি নোতোলে। জীৱনৰ এই ফালটোতে এওঁলোকো আইন মানুহৰ দৰেই সাধাৰণ মানুহ। আৰু এই ফালটোৱেই সকলো মানুহৰে জীৱনৰ অধিক অংশ অধিকাৰ কৰে। গতিকে আমি সকলোৱে জীৱনৰ বেছিভাগ সময়তে সাধাৰণ মানুহ।

'গণতন্ত্ৰ' সাধাৰণ মানুহৰ শাসন। ইয়াত 'সাধাৰণ মানুহে' 'সাধাৰণ মানুহক' শাসন কৰে। যি কোনো দেশৰ অধিকাংশ মানুহেই সাধাৰণ মানুহ। সংখ্যাধিক্য হেতু গণতান্ত্ৰিক শাসনত সাধাৰণ মানুহে প্ৰতিনিধিৰদ্বাৰাই শাসনকাৰ্য চলায়, যি মানুহৰ গাত সাধাৰণ মানুহৰ চিন্তাধাৰা আৰু সহানুভূতি প্ৰতিফলিত হয়, সেই মানুহকে সাধাৰণ মানুহে প্ৰতিনিধি নিৰ্বাচন কৰে।

ইয়াৰপৰাই বহুতো পাতল মানুহে সিদ্ধান্ত কৰে যে, গণতন্ত্ৰ মানে মূৰ্খ-ৰাজ্য। তেওঁলোকে ভাবে যে "গণতন্ত্ৰত সাধাৰণ মানুহে সাধাৰণ মানুহকে নিৰ্বাচন কৰে। তাত অসাধাৰণ মানুহে ৰাজনৈতিক ক্ষমতা নাপায়। য'ত অসাধাৰণ মানুহৰ ৰাজনৈতিক ক্ষমতা নাই, তাত কৃষ্টি, প্ৰগতি আৰু আৱিষ্কাৰৰ অৱসান হয়। সাধাৰণ মানুহ মূৰ্খ আৰু শাসনৰ অযোগ্য। সেই দেখি গণতন্ত্ৰ মূৰ্খৰ শাসন।"

ইয়াৰ উত্তৰ এই ধৰণে দিব পাৰি। প্ৰথমতঃ অসাধাৰণ মানুহ সকলো ক্ষেত্ৰতে অসাধাৰণ নহয়। আমি আগতে দেখুৱাই আহিছোঁ যে অসাধাৰণ মানুহৰ সাধাৰণ জীৱন-অংশৰ পৰিমাণেই বেছি। কি সাধাৰণ মানুহ, কি অসাধাৰণ মানুহ সকলোৰে জীৱনৰ সাধাৰণ অংশটোহে শাসনকাৰ্যৰ কাৰণে আৱশ্যকীয় আৰু উপযোগী। যি কোনো দেশৰেই শাসনকাৰ্য বিশ্লেষণ কৰিলে দেখা যায় যে আমাৰ জীৱনৰ সাধাৰণ অংশৰ অভাৱ-অভিযোগ পূৰণাৰ্থেই গৱৰ্ণমেণ্ট সদায় ব্যস্ত। দেশৰক্ষা গৱৰ্ণমেণ্টৰ এটা প্ৰধান কাম। ইয়াৰদ্বাৰাই গৱৰ্ণমেণ্টে বিদেশীৰ আক্ৰমণৰপৰা সাধাৰণ কি অসাধাৰণ সকলো মানুহকে ৰক্ষা কৰে। ৰাজহবিভাগ গৱৰ্ণমেণ্টৰ আটাইতকৈ আৱশ্যকীয় বিভাগ। ইয়াৰদ্বাৰাই গৱৰ্ণমেণ্টে কি সাধাৰণ কি অসাধাৰণ মানুহ সকলোৰে আৰ্জনৰ এটা সামান্য অংশ নিজে লৈ যায়। গড়কাপ্তানি গৱৰ্ণমেণ্টৰ আন এটি ডাঙৰ বিভাগ। ইয়াৰদ্বাৰাই গৱৰ্ণমেণ্টে যি ৰাস্তা-ঘাট তৈয়াৰ



কৰি দিয়ে, তাৰ ওপৰেদি কি সাধাৰণ মানুহ, কি অসাধাৰণ মানুহ সকলোৱে অহা যোৱা কৰে। এনেকৈ অন্য বিভাগবো সেই একে কথা। শাসনকাৰ্যৰ অৰ্থে কি সাধাৰণ মানুহ কি অসাধাৰণ মানুহ সকলোৱে সমানে সহযোগ কৰিব পাৰে। কাৰণ দেশ-শাসন আৰু নিজৰ জীৱন-নিয়ন্ত্ৰণ একে শাৰীৰ কথা। যি নিজৰ জীৱন পৰিচালনা কৰিবলৈ সক্ষম সি দেশৰ হকে তুআষাৰ কবলৈও সক্ষম। দেশ শাসনত লাগে সহযোগিতা, সহানুভূতি, সাংসাৰিক অভিজ্ঞতা আৰু সাধাৰণ বিচাৰ শক্তি—এই কেইটা গুণ সাধাৰণ মানুহৰ আছে। অসাধাৰণ মানুহৰ অৱশ্যে এই কেইটাৰ বাহিৰেও আৰু কিবা বিশেষ গুণ আছে,—কিন্তু শাসনকাৰ্যৰ প্ৰতিনিধিত্বৰ কাৰণে এই বিশেষ গুণ অপৰিহাৰ্য নহয়, সেয়ে হোৱা হলে প্ৰতিযোগিতামূলক পৰীক্ষাত প্ৰথম স্থান অধিকাৰ কৰা নাইবা বিশ্ববিদ্যালয়ত উচ্চ উপাধি লাভ কৰা মানুহকে আইনতঃ প্ৰতিনিধি নিৰ্বাচন কৰা হ'লহেঁতেন।

অসাধাৰণ মানুহৰ অসাধাৰণ গুণ যি ক্ষেত্ৰৰ উপযোগী আৰু আৱশ্যকীয়, সেই ক্ষেত্ৰত সাধাৰণ মানুহে সেই অসাধাৰণ পুৰুষক উপযুক্ত সন্মান প্ৰদান কৰে আগৰ জাৰ্মান গণতন্ত্ৰই আৰু বৰ্তমানে আমেৰিকান গণতন্ত্ৰই আইনষ্টাইনৰ অসাধাৰণ বৈজ্ঞানিক প্ৰতিভাৰ যথেষ্ট পুৰস্কাৰ দিছে। বৰঞ্চ নাজি ডিক্টেটৰ শাসনেহে এই অসাধাৰণ প্ৰতিভা অৱমাননা কৰি বুৰঞ্জীৰ পাত কলংকিত কৰিছিল। সাহিত্য ক্ষেত্ৰত ৰবীন্দ্ৰনাথ অসাধাৰণ পুৰুষ, ভাৰতে এইজন মহাপুৰুষক যথাযোগ্য সন্মান কৰিছে। অভিনয় ক্ষেত্ৰত ছাৰ্লি ছেপ্‌লিনে অসাধাৰণ প্ৰতিভা দেখুৱাইছে আৰু তাৰ পুৰস্কাৰো পাইছে। সেই বুলি কোনো মানুহেই নকব যে জাৰ্মানীৰ সমস্ত ৰাজনৈতিক ক্ষমতা আইনষ্টাইনক, ভাৰতৰ একচ্ছত্ৰী নেতৃত্ব ৰবীন্দ্ৰ নাথক আৰু ইংলণ্ডৰ প্ৰধান মন্ত্ৰীত্ব ছাৰ্লি ছেপ্‌লিনক দিব লাগে।

অৱশ্যে অসাধাৰণ মানুহক ৰাজনৈতিক ক্ষেত্ৰত একচ্ছত্ৰী নেতা বুলি নামানিলেও তেনে মানুহক আইন সভাৰ সাধাৰণ প্ৰতিনিধি হিচাবে নিৰ্বাচন কৰাত কোনো দোষ নাই, বাধাও নাই। অসাধাৰণ মানুহৰ সাধাৰণ ফালটো যদি শাসনকাৰ্যৰ ক্ষমতাৰ উপযোগী হয়, তেনেহলে সেই অসাধাৰণ মানুহক সাধাৰণ মানুহে নিশ্চয় প্ৰতিনিধি নিৰ্বাচন কৰিব। অৱশ্যে এনেকুৱা উপযোগী ক্ষেত্ৰতো সাধাৰণ মানুহে কেতিয়াবা অসাধাৰণ মানুহক নিৰ্বাচন নকৰা বুলি আপত্তি শুনা যায়। এই অভিযোগ যদি সঁচা হয়, তাৰ কাৰণ হব পাৰে দুটা,—প্ৰথমতঃ প্ৰকৃত শিক্ষাৰ অভাৱ। সাধাৰণ মানুহৰ প্ৰত্যেককে গণতান্ত্ৰিক শিক্ষা দিয়া একান্ত আৱশ্যক। প্ৰতিনিধি নিৰ্বাচনৰ কাৰণে যিখিনি সামান্য বিচাৰ শক্তিৰ দৰ্কাৰ সেইখিনি সাধাৰণ মানুহৰ

আছে ; কিন্তু বহু ক্ষেত্ৰত সি সুপ্ত। ইয়াক জাগ্ৰত কৰিবলৈ অন্ততঃ সাধাৰণ গণতান্ত্ৰিক শিক্ষাৰ আৱশ্যক। বৰ্তমান যুগৰ গণতন্ত্ৰতো প্ৰকৃত গণতান্ত্ৰিক শিক্ষা হোৱা নাই। ইংলণ্ড, ফ্ৰাঞ্চ আৰু আমেৰিকাৰ বেছিভাগ মানুহেই শিক্ষিত ; কিন্তু ইংলণ্ডৰ শিক্ষাবিভাগৰো যথেষ্ট দোষ আছে। ইংলণ্ডৰ স্কুলবোৰো দুই শ্ৰেণীত বিভক্ত। প্ৰথম, ডাঙৰ মানুহৰ কাৰণে এক শ্ৰেণীৰ স্কুল আছে। তাত কেৱল ডাঙৰ মানুহৰ ল'ৰা-ছোৱালীহে পঢ়িব পাৰে। ইয়াত ৰাষ্ট্ৰই কোনো হস্তক্ষেপ নকৰে। আৰু এক শ্ৰেণীৰ স্কুল আছে—য'ত কেৱল সাধাৰণ বনুৱা শ্ৰেণীৰ ল'ৰাই পঢ়িব পাৰে। এই স্কুলত ৰাষ্ট্ৰৰ হাত আছে। এই দুই শ্ৰেণী স্কুলৰ ছাত্ৰবোৰ যেনেকৈ দুই শ্ৰেণী মানুহৰ ল'ৰা, ইয়াৰ শিক্ষা-প্ৰণালীও তেনেকৈ বেলেগ। সাধাৰণ মানুহৰ স্কুলত ডাঙৰ ডাঙৰ মানুহৰ উপযোগী শিক্ষা দিয়া নহয়। আনকি ইইতৰ কথিত ভাষাও বেলেগ ধৰণৰ। ডিলাইল বাৰ্ণছে কৈছে যে "ইয়াৰদ্বাৰাই সমাজক দুটা বিভিন্ন শ্ৰেণীত ভাগ কৰা হৈছে।" য'ত শিক্ষা-প্ৰণালীৰ এই দুৰৱস্থা তাত সাধাৰণ মানুহে প্ৰতিনিধি নিৰ্বাচন কৰাত ভুল হোৱাটো আচৰিত কথা নহয়।

দ্বিতীয়তঃ, অসাধাৰণ মানুহক যদি সাধাৰণ মানুহে নিৰ্বাচন নকৰে তাৰ সম্পূৰ্ণ দোষ সাধাৰণ মানুহৰ গাত নপৰে। অসাধাৰণ মানুহে অইনক বুজাব পাৰিব লাগিব। অইনে নুবুজিলে অসাধাৰণ মানুহৰ অসাধাৰণ প্ৰতিভাৰ কোনো মূল্য নাই। হিমালয় পৰ্বতৰ মাজত বাস-কৰা ঋষিৰ অতি অসামান্য প্ৰতিভা থকা বুলি শুনা যায় ; কিন্তু জগতে তাৰ একো ভু নাপায়। সেই দেখি তেনে অসাধাৰণ প্ৰতিভাৰ কোনো মূল্য নাই। সমাজৰ মাজত থাকি সমাজৰ কাম কৰিলে সাধাৰণ মানুহে নিশ্চয় অসাধাৰণ মানুহৰ মোল বুজিব। বৰ্তমান যুগৰ শিক্ষা-প্ৰণালী আৰু সমাজ-গঠনৰ এইটো প্ৰধান দোষ যে অসাধাৰণ মানুহে যেতিয়া নিজৰ প্ৰতিভাৰ কিৰণ সমাজত বিলাব পৰা হয়, তেতিয়াৰপৰাই নিজে সাধাৰণ মানুহৰ সংস্পৰ্শৰপৰা বেলেগ হৈ থাকিব খোজে। অৰ্থাৎ এইসকলেও "ডাঙৰ মানুহ"ৰ শ্ৰেণীলৈ উঠে। তেতিয়া সাধাৰণ মানুহে এওঁলোকৰ সহানুভূতি, সহযোগিতা আৰু শাসনকাৰ্যৰ যোগ্যতা বুজিবলৈ টান পায়। তেনেস্থলত অৱশ্যেই সাধাৰণ মানুহে অসাধাৰণ মানুহক নিৰ্বাচন কৰিব নোৱাৰে। হেন্‌ৰিফোৰ্ড, ৰকফেলাৰ, লৰ্ড ব্ৰাইছ, লৰ্ড টেনিছন, ৰুডিয়াৰ্ড কিপ্লিং আদি এই শ্ৰেণীৰ মানুহ। কিন্তু য'ত অসাধাৰণ মানুহে নিজৰ অসাধাৰণ প্ৰতিভা জগতৰদ্বাৰা স্বীকৃত হোৱাৰ পিছতো সাধাৰণ মানুহৰ প্ৰতি সহানুভূতি দেখুৱাই থাকে আৰু সহযোগিতা কৰি কাম কৰে, তাত তেনে মানুহক সাধাৰণ মানুহে প্ৰতিনিধি নিৰ্বাচন কৰি ৰাজনৈতিক



ক্ষমতা দিয়ে। ইংলণ্ডৰ হিউগ্ ডেল্টন আৰু ছিড্‌নিওৱেব, ৰুছিয়াৰ মেক্সিম গোৰ্কি, জেকোশ্লোভেকিয়াৰ মাছৰিক আৰ বেনেছ, আমেৰিকাৰ আপ্তান ছিনক্লেয়াৰ আদি এই শ্ৰেণীৰ উদাহৰণ।

সাধাৰণ মানুহৰ প্ৰতি সহানুভূতি নোহোৱা অসাধাৰণ মানুহক সাধাৰণ মানুহে প্ৰতিনিধি নিৰ্বাচন নকৰিলেও তেওঁলোকক গণতন্ত্ৰই দলিয়াই নেপেলায়। বৰঞ্চ অন্য কোনো উপায়ে তেওঁলোকৰ অসাধাৰণ প্ৰতিভা সামাজিক আৰু ৰাষ্ট্ৰীয় উপকাৰত লগায়। যেনে ৰাষ্ট্ৰীয় আইনৰ আঁচনি তৈয়াৰ কৰাত গণতন্ত্ৰৰ মন্ত্ৰীসভাই প্ৰায়েই অসাধাৰণ আইনজ্ঞৰ উপদেশ লয়। "বাজেট" তৈয়াৰ কৰাৰ সময়ত গণতন্ত্ৰৰ মন্ত্ৰী সভাই অসাধাৰণ অৰ্থনীতিজ্ঞৰ সহায় লব পাৰে। যুদ্ধৰ সময়ত সকলো দেশতে অসাধাৰণ বৈজ্ঞানিকৰ সহায় লোৱাটো কাৰো অবিদিত নহয়। ইয়াৰ উপৰিও গণতন্ত্ৰত বাৰ্তাৰ কাকত-পত্ৰত মতামত প্ৰকাশ কৰিব পৰা স্বত্ব থকাৰ কাৰণে অসাধাৰণ মানুহৰ সৎ উপদেশ অথলে নাযায়। বাতৰি কাকত বা আলোচনীত তেওঁলোকৰ মতামত পঢ়ি হাজাৰ হাজাৰ সাধাৰণ মানুহে গণতান্ত্ৰিক মন্ত্ৰীসভাক সেই মতে কাৰ্য কৰিবলৈ অনুৰোধ কৰে বা জোৰ দিয়ে। এই উপায়েৰে ইংলণ্ডৰ কীঞ্চ লাস্কি, কোল, লৰ্ড হিউবাৰ্ট, বাৰ্ট্ৰাণ্ড ৰাছেল, ওৱেলচ, বাৰ্ণাড্‌ শ্ব ; ফ্ৰাঞ্চৰ ৰোমাৰোঁলা, বাৰ্গছো ; আমেৰিকাৰ ছিনক্লেয়াৰ, ছেলিগ মেন আৰু ভাৰতৰ ৰবীন্দ্ৰনাথ, ৰাধাকৃষ্ণন, নেহেৰু আদিয়ে সদায় জনমত গঠন কৰিছিল।

ওপৰৰ কথাখিনিৰপৰা এই প্ৰমাণ হয় যে, "গণতন্ত্ৰ মূৰ্খৰ ৰাজ্য" বোলা কথাটি মিছা আৰু হিংসামূলক। যিসকলে নিৰ্বাচন দ্বন্দ্বত পৰাজিত হয় অথবা যিসকল তথাকথিত "ডাঙৰ মানুহ"ৰ পৰাক্ৰম গণতান্ত্ৰিক সাম্যৰ আগত ক্ষুণ্ণ হবৰ ভয় থাকে, সেইসকলৰ মাজত এই বিদ্বেষ-বাণী সাধাৰণতে শুনা যায়। গণতন্ত্ৰ সাধাৰণ মানুহৰ শাসন ; কিন্তু ইয়াত ব্যক্তি স্বাধীনতা থকাৰ হেতুকে অসাধাৰণ প্ৰতিভাই নিজক বিকাশ কৰিবৰ যিমান সুবিধা পায়, অইন কোনো শাসনৰ তলতে সিমান নাপায়। অৱশ্যে তথাকথিত 'ডাঙৰ মানুহ' গণতন্ত্ৰৰ আদৰ্শৰ লগত খাপ নাখায়। এওঁলোকৰ ঘৰুৱা চলন-ফুৰণ, আৱভাৱ ভাৱভংগী সাধাৰণ মানুহতকৈ বেলেগ। তদুপৰি কিছুমান দেশত এওঁলোকৰ শিক্ষা-প্ৰণালীও বেলেগ। এই হেতু এওঁলোকৰ চিন্তাধাৰা আৰু অনুভূতিসমূহ সাধাৰণ মানুহতকৈ অইন প্ৰকাৰৰ আৰু অনেক সময়ত বিৰুদ্ধ ধৰণৰ হয়। কিন্তু গণতান্ত্ৰিক শাসনকাৰ্যত সমাজৰ সামূহিক চিন্তাধাৰা আৰু অনুভূতিধাৰা প্ৰতিফলিত হব লাগে। যিহেতুকে সকলো দেশত সাধাৰণ মানুহৰ সংখ্যাই বেছি, গণতান্ত্ৰিক শাসনত সাধাৰণ মানুহৰ চিন্তাধাৰা আৰু অনুভূতিসমূহ প্ৰতিফলিত হয়।

'ডাঙৰ মানুহ' আৱভাৱ এই ভাবৰ ওলোটা। গতিকে যি গণতন্ত্ৰত 'ডাঙৰ মানুহ'ৰ প্ৰতিপত্তি আছে তাতেই এই দুই বিৰুদ্ধ ভাবৰ সংঘৰ্ষ হৈছে। দ্বিতীয় মহাযুদ্ধৰ আগলৈকে এই দুই বিৰুদ্ধ ভাৱৰ সংঘৰ্ষই গণতন্ত্ৰৰ প্ৰধান সমস্যা আছিল; কিন্তু মহাযুদ্ধই এই সংঘৰ্ষ অলপ চকুৰ আঁতৰ কৰিছিল। যুদ্ধ-অৱসানৰ পিছতেই পুনৰ ই যুৰ দাঙি উঠাৰ লক্ষণ দেখা গৈছিল।

# বিপ্লৱৰ অৰ্থ

বিপ্লৱ পৰিবৰ্তনৰ তীব্ৰ গতি। পৃথিৱীৰ সকলো কাৰ্যতে দেখাই নেদেখাই সদায় পৰিবৰ্তন ঘটিয়েই আছে। এই পৰিবৰ্তন যেতিয়া লাহে লাহে হয় তেতিয়া ই 'ক্ৰম-বিকাশ' নাইবা 'ক্ৰম-বিনাশ'ৰ স্বৰূপ ধাৰণ কৰে। পৰিবৰ্তন দুই প্ৰকাৰে হব পাৰে—উদ্গতিৰ ফালে আৰু অধোগতিৰ ফালে। যি পৰিবৰ্তন উদ্গতিৰ ফালে হয়, তাক ক্ৰম-বিকাশ বোলা হয় আৰু যি পৰিবৰ্তন অধোগতিৰ ফালে হয় তাক ক্ৰম-বিনাশ বোলা হয়। মানৱজাতি নিজেই ক্ৰম-বিকাশৰ সুন্দৰ উদাহৰণ। সৃষ্টিৰ প্ৰথম জীৱাণুৰ উৎপত্তিৰ সময়ত মানৱজাতিৰ উদ্ভৱৰ কোনো চিনচাব দেখা নগৈছিল। কিন্তু লাহে লাহে সেই জীৱাণুৰপৰাই স্তৰে স্তৰে নানান শ্ৰেণীৰ জীৱ-জন্তুৰ উদ্ভৱৰ পিছত শেহত জীৱশ্ৰেষ্ঠ মানৱজাতিৰ উদ্ভৱ হ'ল। প্ৰথম মানৱ কোন সংখ্যাতীত যুগত জন্ম ধৰিছিল তাক আজি আমি কব নোৱাৰো। কিন্তু সেই প্ৰথম মানৱ উদ্ভৱৰ আগতে কিমান শ্ৰেণীৰ জীৱ-জন্তুৱে যে পৃথিৱীত ৰাজত্ব কৰি পৃথিৱীৰ বুকুতে লোপ পাইছে তাক পঢ়িলে ৰোমাঞ্চকৰ গল্প পঢ়া যেনহে লাগে। সি যি কি নহওক, মানৱজাতিয়ে একে যুগতে ক্ষুদ্ৰ জীৱাণুৰপৰা আজিৰ অৱস্থা পোৱা নাই। কোটি কোটি যুগৰ পৰিবৰ্তনৰ ফলত আজিৰ মানৱ পৃথিৱীৰ সৰ্বশ্ৰেষ্ঠ জীৱ। ক্ষুদ্ৰ জীৱাণুৰপৰা কেনেকৈ মানুহ নামৰ জন্তুটিৰ উদ্ভৱ হব পাৰে তাক বিশ্বাস কৰিবলৈকে টান। কিন্তু কোটি কোটি যুগৰ ক্ষুদ্ৰ ক্ষুদ্ৰ শাৰীৰিক পৰিবৰ্তনবোৰৰ কথা জানিলে ই একো আচৰিত কথা যেন নালাগে। এই যে লাহে লাহে হোৱা বহুকাল জুৰি ক্ষুদ্ৰ ক্ষুদ্ৰ পৰিবৰ্তন, ইয়াকে ক্ৰম-বিকাশ বোলা হয়। যদি এশ বছৰৰ ভিতৰতে জীৱাণুৰপৰা মানৱজাতিৰ উদ্ভৱ হ'লহেঁতেন তেনেহলে এই ঘটনাকে প্ৰাকৃতিক বিপ্লৱ বুলিব পাৰিলোঁহেতেন। অথবা আজি যদি মানৱজাতি কিবা এটা অদ্ভুত ৰোগত পৰি হঠাতে পৃথিৱীৰপৰা ধ্বংস হৈ যায় তেনেহলে তাকো আমি প্ৰাকৃতিক বিপ্লৱেই বুলিম।

আমি বিপ্লৱৰ কথা কওঁতে, সাধাৰণতে সামাজিক বিপ্লৱৰ কথাকে মনত

ৰাখেঁ। কিন্তু সমাজক্ষেত্ৰৰ বাহিৰে অন্য অন্য ক্ষেত্ৰতো যেতিয়া তীব্ৰগতিত পৰিৱৰ্তন ঘটে তেতিয়া তাকো বিপ্লৱ বোলা যায়। ইংলণ্ডত ওঠৰ শতিকাত শিল্প বিপ্লৱ ঘটিছিল। এই সময়ত প্ৰায় ৫০ বছৰৰ ভিতৰতে বহুতো নতুন যন্ত্ৰ-পাতিৰ আবিষ্কাৰ হৈছিল আৰু এইবোৰৰ প্ৰচলনৰ হেতুকে ইংলণ্ড অতি অলপ সময়ৰ ভিতৰতে কৃষি প্ৰধান দেশৰপৰা পৃথিৱীৰ প্ৰথম শাৰীৰ শিল্প-প্ৰধান দেশত পৰিণত হ'ল। ইং ১৭৩৮ চনৰপৰা ১৭৬৪ চনৰ ভিতৰতে কাপোৰ বোৱা ক'লৰ কাৰণে আৱশ্যকীয় মাকো, চকা ইত্যাদি নতুন ধৰণৰ যন্ত্ৰ আটাইবোৰ আবিষ্কৃত হয়। ১৭৮১ৰপৰা ১৭৮৫ চনৰ ভিতৰতে জেমচ ৱাটে ভাঁপৰ ইঞ্জিন তৈয়াৰ কৰে। এই সময়তে মেকাডেয়ে নতুন ধৰণেৰে ৰাস্তা তৈয়াৰ কৰাৰ বুধি সাজিলে। জেমচ্ ৱাটৰ আৱিষ্কাৰ অনুসৰণ কৰি ষ্টিফেনচনে ৰেলগাড়ী তৈয়াৰ কৰিলে। এই আটাইবোৰ নতুন আবিষ্কাৰৰ ফলত ইংলণ্ড প্ৰায় ৭০ বছৰৰ ভিতৰতে ধনে-জনে আলিয়ে-পদূলিয়ে বেহাই-বেপাৰে এখন নতুন দেশ হৈ পৰিল। আগৰ সোতৰ শ বছৰৰ ভিতৰত যি হোৱা নাছিল, এতিয়া এশ বছৰৰ ভিতৰতে তাতকৈ বেছি হ'ল। সেই দেখি এই দ্ৰুত পৰিৱৰ্তনক ঐতিহাসিকসকলে শিল্প-বিপ্লৱ আখ্যা দিছে।

তেনেহলে দেখা গ'ল যে বিপ্লৱৰ সাৰ-বস্তু হৈছে পৰিৱৰ্তন আৰু তাৰ তীব্ৰ গতি। পৰিৱৰ্তন পৃথিৱীৰ সকলোতে হৈয়েই আছে, কিন্তু এই পৰিৱৰ্তন যেতিয়া অতি অলপ সময়ৰ ভিতৰতে দ্ৰুত গতিত হয় তেতিয়া ই আমাৰ চকুত চমক লগাই দিয়ে। বিপ্লৱ এই ধৰণৰে অতি অলপ সময়ৰ ভিতৰতে হোৱা পৰিৱৰ্তন। সেই দেখি বিপ্লৱৰ নামত আমি চমকিত হওঁ, বহুত সময়ত আতঙ্কিত হওঁ। তাৰ কাৰণ এয়ে যে আমাৰ মানসিক অৱস্থাই এনে ধৰণৰ আকস্মিক পৰিৱৰ্তনৰ কাৰণে সাজু হৈ নাথাকে। অপ্ৰস্তুত মনৰ আগত যি কোনো ঘটনাই অসাধাৰণ যেন লাগে।

পৰিৱৰ্তন উন্নতিৰ সোপান। অলপ সময়ৰ ভিতৰত উন্নতিৰ নতুন স্তৰলৈ যাব লাগিলে বিপ্লৱৰ বাহিৰে আন উপায় নাই। অৱশ্যে ক্ৰম-বিকাশৰূপী ধীৰগতিৰ পৰিৱৰ্তনৰদ্বাৰাও উন্নতি সম্ভৱপৰ। কিন্তু বহু যুগ পাছ পৰি থকা সমাজ এখনে নব্যযুগৰ সমাজ এখনৰ শাৰীত উঠিব খুজিলে ক্ৰমবিকাশৰ ওপৰত আশা কৰি বহি থাকিব নোৱাৰে। ওঠৰ শতিকাত ইংলণ্ডই যি অৱস্থাত উপনীত হৈছিল, ভাৰতবৰ্ষ, ৰুছীয়া, তুৰ্কী আৰু ইৰাণে প্ৰথম মহাযুদ্ধলৈকে সেই অৱস্থাকে লাভ কৰিব পৰা নাছিল। এই যে তিনি শ বছৰ পাছ পৰি থকা দেশবোৰ, এইসকলে আজি ইংলণ্ডৰ লগত একে শাৰীত বহিবলৈ হলে নিজ নিজ দেশত তীব্ৰগতিত পৰিৱৰ্তন আনিব



নালাগিব নে? যদি এই পৰিৱৰ্তন দহ বছৰৰ ভিতৰত কৰিব লগা হয়, তেনেহলে ইংলণ্ড দেশৰ তিনি শ বছৰৰ ক্ষুদ্ৰ ক্ষুদ্ৰ পৰিৱৰ্তন এইবোৰ দেশৰ দহ বছৰৰ ভিতৰতে ঘটিব লাগিব। অৰ্থাৎ ইংলণ্ডত যিটো পৰিৱৰ্তন এমাহত ঘটিছিল, সেই পৰিৱৰ্তন এইবোৰ দেশত এতিয়া এদিনত ঘটাব লাগিব। অঙ্কৰ ভাষাত কবলৈ গলে পুৰণি আৰু নতুন পৰিৱৰ্তনৰ সমানুপাত $\frac{১}{৩০}$। ইয়াৰ নামেই বিপ্লৱ। ১৯১৭ চনৰ আগলৈকে ৰুছিয়া মধ্যযুগীয় দেশ আছিল। ১৯১৭ চনত ৰুছিয়াৰ বিপ্লৱ আৰম্ভ হয়। ১৯২৫ চনৰ পিছত ৰুছিয়াই ইংলণ্ডৰ লগত একে শাৰীত বহিব পৰা হয়। ৰুছিয়াই আঠ বছৰৰ ভিতৰতে পৃথিৱীৰ শ্ৰেষ্ঠ সামাজিক আদৰ্শ কাৰ্যত পৰিণত কৰে। কুৰি বছৰৰ ভিতৰতে শিল্প আৰু অৰ্থ নৈতিক বিপ্লৱ সম্পূৰ্ণ কৰে। এই বিপ্লৱ সম্পূৰ্ণ নোহওঁতেই ৰুছিয়াৰ অৰ্থনৈতিক অৱস্থা ফ্ৰান্স, জাৰ্মানী, ইটালী আৰু ইংলণ্ডতকৈও ভাল হৈ উঠিছিল। এতিয়া ৰুছিয়াই আমেৰিকাৰ যুক্তৰাষ্ট্ৰৰ লগত ফেৰ মাৰিছে। তেনেকৈয়ে নব্য তুৰ্কীয়ে কামাল পাছাৰ চেষ্টাত দহ বছৰৰ ভিতৰতে ধ্বংসাৱশেষৰপৰা ওপৰ শ্ৰেণীৰ ৰাষ্ট্ৰলৈ উঠিছে। তুৰ্কীত কামাল পাছাই প্ৰায় সকলো বিভাগতে বিপ্লৱ আনিলে। প্ৰজাৰ পিন্ধন-উৰণত, সাহিত্যৰ বৰ্ণাৱলীত, ৰাষ্ট্ৰীয় আইন-কানুনত, খিলাফৎ ধৰ্মানুষ্ঠানত—এই সকলোবোৰতে অভাৱনীয় পৰিৱৰ্তন অতি অলপ সময়ৰ ভিতৰতে কামাল পাছাই ঘটাব পাৰিছিল। পাৰস্যত বিপ্লৱ চলিয়েই আছে। এতিয়াও সম্পূৰ্ণ হোৱা নাই। ৰিজাশা পাহলাবীৰ আগমনৰ আগলৈকে পাৰস্য নামত মাত্ৰ ৰাষ্ট্ৰ হৈ আছিল। ৰিজাশাৰ অধীনত পাৰস্য নামত কামত সকলোতে নতুন ৰাষ্ট্ৰ হৈ পৰিল। পাৰস্যৰপৰা ডকাইতি প্ৰথা নিৰ্মূল, দেৱানী আৰু দণ্ডবিধি আইনৰ সংস্কাৰ, সহ-শিক্ষাৰ প্ৰচলন, স্ত্ৰী-স্বাধীনতাৰ আন্দোলন, পাৰস্যৰ ৰাস্তা-ঘাট বৃদ্ধি, মাটিৰ উন্নতি, সেনাবাহিনীৰ সংস্কাৰ, আকাশী যান গঠন, স্কুল, কলেজ, ইঞ্জিনিয়াৰিং স্কুল ইত্যাদিৰ বহুলবৃদ্ধি, এইবিলাক ৰিজাশাৰ নানান সংস্কাৰৰ কেইটিমান উদাহৰণ মাত্ৰ। জন গান্থাৰে কোৱাৰ দৰে ৰিজাশাৰ জীৱনৰ উদ্দেশ্য হৈছে পাৰস্যক মধ্যযুগৰপৰা বৰ্তমান যুগলৈ টানি অনা। এই যে যুগ যুগান্তৰৰ মলি পৰি থকা দেশখনক ধুই পখালি নতুন কৰা, ইয়াকে বোলে বিপ্লৱ।

এয়ে যদি বিপ্লৱৰ অৰ্থ হয় তেনেহলে বিপ্লৱৰ সময়ত কেৱল মৰা-কটা আৰু ৰক্তপাতৰ বিকট দৃশ্য দেখোঁ কিয়? তাৰ উত্তৰ এয়ে যে এইবোৰ বিপ্লৱৰ আনুষঙ্গিক পৰিণাম মাত্ৰ। যি মানুহে গৰুগাড়ীৰ বাহিৰে অইন যানবাহন দেখা নাই সেই মানুহ আকাশী বিমানত উঠিলে তাৰ মূৰ ঘূৰোৱা স্বাভাৱিক। তেনেকৈ যি সমাজ বহুকালৰ কুসংস্কাৰ, দাৰিদ্ৰ্য আৰু অন্ধ বিশ্বাসত নিমগ্ন আছে, সেই সমাজক একেদিনে

বৰ্তমান জগতৰ পোহৰলৈ আনিবলৈ হলে সমাজত অলপ থলক লাগিবই। এই থলকনিত অল্পবিস্তৰ পৰিমাণে সমাজৰ ক্ষতি যে নহয় তেনেও নহয়। বিপ্লৱৰ ধুমুহা বেগেৰে চলে। এই ধুমুহাৰ আগত দুই চাৰিটা ঘৰ-বাৰী নষ্ট হোৱা একো অসম্ভৱ নহয়। বিপ্লৱৰ কাৰণে সমাজৰ যিটো দল অপ্ৰস্তুত থাকে, তেওঁলোক সংস্কাৰৰ ধুমুহাৰ আগত উৰি যায়।

কিন্তু ৰক্তপাত, ষড়যন্ত্ৰ, মৰা-কটা ইত্যাদি আনুষঙ্গিক পৰিণাম হলেও, অপৰিহাৰ্য নহয়। বিপ্লৱৰ প্ৰাণবস্তু হৈছে পৰিবৰ্তন। এই পৰিবৰ্তন আনিবলৈকে বিপ্লৱে নানান উপায় অৱলম্বন কৰিব পাৰে। ষড়যন্ত্ৰ, বলপ্ৰয়োগ আদি তাৰে এটা উপায় মাত্ৰ আৰু ই অসৎ উপায়। কাৰণ এই অসৎ উপায় অৱলম্বন কৰিবলৈ যাওঁতে বিপ্লৱৰ প্ৰকৃত উদ্দেশ্য নষ্ট হোৱাৰ আশঙ্কা থাকে। এবাৰ কটা-মৰা আৰম্ভ হলে, সমাজত অশান্তিৰ জুই জ্বলিয়েই থাকে, আৰু শান্তিহীন সামাজিক মনে পৰিবৰ্তনৰ মূল্য উপলব্ধি কৰিব নোৱাৰে। শান্তিপূৰ্ণ বিপ্লৱেইহে প্ৰকৃত বিপ্লৱ। য'ত আনুষঙ্গিক কু-পৰিণাম নাই তাতেহে বিপ্লৱৰ পৰিপূৰ্ণতা। জেকোশ্লোভাকিয়া নিৰ্মাতা প্ৰেচিডেণ্ট মাছাৰিকে কৈছিল যে যি বিপ্লৱত ৰক্তপাত নাই, সেই বিপ্লৱেই আচল বিপ্লৱ। এনেকুৱা বিপ্লৱ মুঠেই অসম্ভৱ নহয়। য'ত সামাজিক মন পৰিবৰ্তনৰ কাৰণে উদ্‌গ্ৰীৱ হয় তাত নিঃশব্দে বিপ্লৱ পৰিপূৰ্ণ হয়। সামাজিক মন পৰিবৰ্তনৰ কাৰণে কিছু পৰিমাণে সাজু নহলে, তাত হয় বিপ্লৱ অকৃতকাৰ্য হব, নহলে তাত বল প্ৰয়োগৰ প্ৰচলন হব। সামাজিক মন সাজু নথকা বাবে আফগানিস্থানত বিপ্লৱী আমানুল্লাই সিংহাসন এৰিব লগা হৈছিল আৰু সেই একে কাৰণেই দ্বিতীয় মহাযুদ্ধৰ আগৰ জাৰ্মানীত নাজীদলৰদ্বাৰা অত্যাচাৰ আৰম্ভ হৈছিল। আন পাকে প্ৰথম মহাযুদ্ধৰ পিছত জেকোশ্লোভেকিয়াই শান্তিপূৰ্ণ বিপ্লৱৰদ্বাৰাই প্ৰথম শাৰীৰ গণতান্ত্ৰিক ৰাষ্ট্ৰত পৰিণত হৈছিল। ৰুছিয়া, তুৰ্কী আৰু পাৰস্য প্ৰত্যেকে অল্পবিস্তৰ বল প্ৰয়োগ কৰিব লগাত পৰিছিল; কিন্তু সমসাময়িক সমাজৰ উৎসাহ প্ৰদৰ্শনৰপৰা দেখা যায় যে সমাজেও পৰিবৰ্তনৰ কাৰণে উদ্‌গ্ৰীৱ হৈ পৰিছিল।

ভাৰতবৰ্ষত বৰ্তমানে বিপ্লৱ চলি আছে। এই কথা শুনিলে বহুতে উচাপ খাই উঠিব পাৰে। কিন্তু আগতে বিপ্লৱৰ বিষয়ে যি আলোচনা কৰা হ'ল তাৰপৰা দেখা যাব যে ভাৰতবৰ্ষই আজি কেইবছৰ মানৰপৰা প্ৰকাণ্ড পৰিবৰ্তনৰ মাজেদি অতি দ্ৰুত গতিৰে লৰি যাব ধৰিছে। এই পৰিবৰ্তন সামাজিক, অৰ্থনৈতিক আৰু ৰাজনৈতিক আদি সকলো ক্ষেত্ৰতে ঘটিছে। এই আটাইবোৰ পৰিবৰ্তনেই কুৰি বছৰমানৰ ভিতৰতে হোৱা। ইয়াকে যদি বিপ্লৱ নোবোলে তেনেহলে বিপ্লৱৰ অৰ্থ কি?

# আভিজাত্যৰ ক্ৰমবিকাশ

ঈশ্বৰে সকলো মানুহকে সমান দেখিব পাৰে, কিন্তু মানুহে মানুহক সমানে নেদেখে। অবুজ শিশুৱে সকলো মানুহৰে একে হাত, একে মুখ, একে চকু, একে কাণ থকা দেখি ভাবিব পাৰে, সকলো মানুহেই একে। কিন্তু যি মুহূৰ্তৰপৰাই সি লোকৰ কথা-বতৰা বুজিব পৰা হয়, সেই মুহূৰ্তৰপৰাই সি এই বাতৰি পায় যে সকলো মানুহ সমান নহয়। লাহে লাহে সি যিমান ডাঙৰ হৈ আহে তিমানে সংসাৰৰ নানা কাৰ্যাকাৰ্যত এই সৰু-বৰ কথাটো দেখিবলৈ পায়। খেল-ধেমালি কৰোঁতে সি দেখে যে ডাঙৰ মানুহৰ ঘৰৰ ল'ৰাই তাৰ লগত খেলা-ধূলা কৰাৰ কাৰণে শাস্তি পাব লগা হয়। ইস্কুললৈ যাওঁতে দেখে যে ডাঙৰ মানুহৰ ঘৰৰ ল'ৰাই মটৰ গাড়ীৰে অহা-যোৱা কৰে। কলেজত পঢ়োঁতে দেখে যে ডাঙৰ মানুহৰ ল'ৰাৰ কাৰণে বেলেগ হোষ্টেল আছে, তাত যাৰে তাৰে সোমাবৰ অধিকাৰ নাই। তাৰ পিছত যেতিয়া সংসাৰ-ক্ষেত্ৰত নামি নিজৰ জীৱিকাৰ কাৰণে হাবাথুৰি খাই ফুৰিব লাগে, তেতিয়া সি দেখে যে ডাঙৰ মানুহৰ ল'ৰাৰ কাৰণে জীৱিকা উপাৰ্জনৰ যিমান বাট মুকলি আছে, তাৰ কাৰণে তাৰ আধাও নাই। সামাজিক ক্ষেত্ৰতো সি দেখে যে বাল্যবন্ধু হলেও ডাঙৰ মানুহৰ সঙ্গ বিচৰা তাৰ পক্ষে দুৰাকাংক্ষা মাথোন। ডাঙৰ মানুহৰ বিয়া-সবাহ, মেল-মিটিং, ভোজ-ভাত ইত্যাদিলৈ সি নিমন্ত্ৰণকে আশা কৰিব নোৱাৰে।

মানৱজাতিৰ আদিম অৱস্থাৰেপৰা এই 'ডাঙৰ-মানুহ' আৰু 'সৰু-মানুহ'ৰ ভিতৰত প্ৰভেদ চলি আহিছে। মানৱজাতি যেতিয়া অসভ্য অৱস্থাত হাবিয়ে-বননিয়ে মৃগয়াৰদ্বাৰাই পেট প্ৰৱৰ্তন কৰি ফুৰিছিল, তেতিয়া শাৰীৰিক কাৰ্যত যি পাৰ্গতালি দেখুৱাব পাৰিছিল, তাক ডাঙৰ মানুহৰ শাৰীত ঠাই দিয়া হৈছিল। যিহেতু পুৰুষজাতি সাধাৰণতঃ চিকাৰ কাৰ্যত সমৰ্থ আছিল আৰু নাৰীজাতি শাৰীৰিক শক্তিত দুৰ্বল, সেই হেতু মানৱজাতিৰ প্ৰথম শ্ৰেণীবিভাগ দেখা দিয়ে পুৰুষ আৰু নাৰীৰ মাজত। পুৰুষজাতিয়ে বীৰদম্ভেৰে চিকাৰৰপৰা ঘৰলৈ উলটি আহে

আৰু নাৰীজাতিয়ে চিকাৰীসকলক অভিনন্দন জনাই পুৰুষজাতিৰ মহত্ব স্বীকাৰ কৰে। অনেক সময়ত পুৰুষে চিকাৰ কৰা জন্তুটি পৰ্যন্ত নিজে টানি অনাটো হেয় বুলি ভাবে, কাৰণ তাত শাৰীৰিক শৌৰ্য দেখুৱাবলৈ কোনো সুবিধা নাই। নাৰীয়েহে মৃত জন্তু টানি ঘৰলৈ লৈ আহে। নাৰীয়েহে ঘৰৰ সকলো কাৰ্য সমাধা কৰে। পূৰ্বৰ যুগত গোটেই পুৰুষজাতিটোৱেই আছিল অভিজাত শ্ৰেণী।

লাহে লাহে যেতিয়া মানৱজাতিৰ সংখ্যা বাঢ়ি আহিল তেতিয়া অকল চিকাৰ কৰিয়েই জীৱন নিৰ্বাহ কৰা টান হৈ পৰিল। তেতিয়া কৃষি আৰু শিল্পৰ প্ৰথম উদ্ভৱ হ'ল। কৃষি আৰু শিল্পক হেয় জ্ঞান কৰি পুৰুষজাতিয়ে এই কাম প্ৰথমতে নাৰীজাতিৰ হাততে এৰি দিছিল। পুৰুষে আগৰ দৰেই চিকাৰ কৰি, যুদ্ধ কৰি ফুৰিছিল আৰু নাৰীয়ে কৃষি আৰু শিল্পৰদ্বাৰা তাৰ অন্নবস্ত্ৰৰ যোগান দিছিল। অৱশ্যে এই নিচিনাকৈ বেছিদিন কোনো জাতিয়েই টিকিব নোৱাৰে। সেই দেখি লাহে লাহে পুৰুষজাতিৰ ভিতৰত যিবিলাকে কৃষি, শিল্প আদিত লাগিল, সিহঁতক অলপতলৰ থাপৰ বুলি জ্ঞান কৰা হ'ল আৰু যিসকলে আগৰ দৰেই চিকাৰ আৰু যুদ্ধ কৰিয়েই দিন কটাবলৈ ধৰিলে, সিহঁত হ'ল সমাজৰ 'ডাঙৰ মানুহ'—অভিজাত শ্ৰেণী। কৃষি আৰু শিল্পলৈ যিবিলাক গৈছিল সিহঁতে নিশ্চয় নিজৰ ইচ্ছামতে নগৈছিল, অভিজাত শ্ৰেণীয়েহে যুদ্ধ বিগ্ৰহৰদ্বাৰা ইহঁতক 'হেয়' কাম কৰিবলৈ যাবলৈ বাধ্য কৰিছিল আৰু নিজে ইহঁতৰ পৰিশ্ৰমৰ ওপৰতে নিৰ্ভৰ কৰি বহি বহি খাইছিল। পুৰণি ভাৰতৰ ক্ষত্ৰিয়, বৈশ্য আৰু শূদ্ৰৰ জাতিভেদৰ মাজত এনেকুৱা আভিজাত্যৰ চিন পোৱা যায়।

তেনেহলে দেখা গ'ল যে পুৰণি কালত আভিজাত্যৰ দুটা লক্ষণ আছিল (১) শাৰীৰিক বীৰত্ব প্ৰদৰ্শন আৰু (২) জীৱিকা নিৰ্বাহৰ কাৰণে কৰা শাৰীৰিক পৰিশ্ৰমৰ প্ৰতি ঘৃণা। পুৰণি কালত অভিজাত শ্ৰেণীয়ে নিজৰ জীৱিকাৰ কাৰণে একো কাম নকৰিছিল। অইন মানুহে তেওঁলোকৰ জীৱিকাৰ যোগান দিছিল অথচ সেই মানুহবোৰক নীচ বুলি তেওঁলোকে ঘৃণা কৰিছিল। 'নীচ' শ্ৰেণীয়ে তেওঁলোকক এই যোগান দিবলৈ বাধ্য নাছিল, কাৰণ তেওঁলোক পৰাক্ৰমী জাতি আৰু পৰাক্ৰম সম্পৰ্কীয় কাৰ্যত যোগ দিবৰ বাবে তেওঁলোকৰ বাহিৰে অইনৰ কোনো স্বত্ব নাছিল।

সমাজৰ প্ৰথম অৱস্থাত ওপৰত কোৱা আভিজাত্যৰ লক্ষণ দুটাৰ প্ৰথমটোত মানুহে বেছি জোৰ দিছিল, অৰ্থাৎ অভিজাত শ্ৰেণীয়ে শাৰীৰিক শৌৰ্য-বীৰ্য প্ৰদৰ্শনৰ চেষ্টাত ব্যস্ত আছিল। পৃথিৱীৰ সকলো দেশৰে প্ৰাচীন বুৰঞ্জীত এই শাৰীৰিক